# অসমীয়া নাট্যসংগ্ৰহ

সম্পাদনা ঃ বলীন বৰগোহাঞি






**ASOMIYA NATYASANGRAH :**
**A Collection of Six Assamese Drammas compiled and edited by Balin Burgohain, Published by Nava Kalita on behalf of Kiran Prakashan, D.K.Market, Dhemaji Chariali and Printed at Dhemaji Offset Printers, Ratanpur, Dhemaji-787 057**

---

**Price Rs. 60.00**

প্ৰথম প্ৰকাশ ঃ ২০০৫

প্ৰকাশক ঃ নৱ কলিতা
কিৰণ প্ৰকাশন
ডি.কে. মাৰ্কেট, ধেমাজি চাৰিআলি
ধেমাজি-৭৮৭০৫৭
ফোন - ০৩৭৫৩-২২৫৮০৩

মূল্য ঃ ৬০.০০ টকা

বেটুপাত ঃ সপোনজ্যোতি ঠাকুৰ

ডি.টি.পি. এণ্ড
ছেটিংচ্ ঃ দণ্ডী কলিতা

মুদ্ৰক ঃ ধেমাজি অফচেট্ প্ৰিণ্টাৰ্চ
ৰত্নপুৰ, ধেমাজি-৭৮৭০৫৭
ফোন - ০৩৭৫৩-২২৪২৮৮

## উচৰ্গা

ইং ২০০৪ চনৰ ১৫ আগষ্টৰ স্বাধীনতা দিৱসৰ কাৰ্যসূচীত অংশগ্ৰহণ কৰিবলৈ গৈ সন্ত্ৰাসবাদীৰ দ্বাৰা সংঘটিত বোমা বিস্ফোৰণত অকালতে নিহত কণ কণ শিশু আৰু মহিলা শ্বহীদ সকলৰ পবিত্ৰ স্মৃতিত এই নাট্যসংগ্ৰহ উচৰ্গা কৰা হ'ল।

# সম্পাদকৰ কলম.....

গল্প, ঔপন্যাস নাইবা পৰ্ণগ্ৰাফি আদিৰ তুলনাত আমাৰ অসমত এতিয়াও নাটক প্ৰকাশকৰ অভাৱ বাৰুকৈয়ে আছে। ব্যৱসায় ভিত্তিত প্ৰেছাদাৰী নাটৰ প্ৰতি সৰ্বসাধাৰণৰ যিমান দূৰ্বলতা সেই অনুসৰি অ-পেছাদাৰী কলাত্মক নাটকৰ প্ৰতি দৰ্শকৰ আগ্ৰহ এতিয়াও আশানুৰূপ নহয়। অপেছাদাৰী নাট্যগোষ্ঠী সমূহে বহু কষ্ট আৰু ত্যাগ কৰি নাট ৰচনা, পৰিচালনা আৰু অভিনয়ৰ আখৰা কৰি নাট পৰিৱেশন কৰিবলগা হয়। অসমৰ প্ৰায়বিলাক অঞ্চলতে বিজ্ঞান সম্মত প্ৰেক্ষাগৃহ, স্থায়ী মঞ্চ তথা নাট মঞ্চস্থৰ বাবে আৱশ্যকীয় আচ-বাব পত্ৰ আদিৰ অভাৱ। অসমৰ বহু অঞ্চলত এতিয়াও অ-পেছাদাৰী নাট্যগোষ্ঠীসমূহে অস্থায়ী মঞ্চ, পেন্দেল নিৰ্মাণৰ পৰা আৰম্ভ কৰি বহাৰ আসন, মঞ্চৰ সাজ-সজ্জাৰ পৰা আৰম্ভ কৰি বিজুলী যোগানলৈকে সকলোখিনি ভাড়া লৈ আনিহে নাট মঞ্চস্থ কৰিব লগা হয়। এনেদৰে বহু শ্ৰম আৰু দীৰ্ঘদিনীয়া আখৰাৰ অন্তত মাত্ৰ এনিশা বা দুনিশাৰ (সৰহ ক্ষেত্ৰতে এনিশা) বাবে নাট মঞ্চস্থ কৰি সামৰিব লগা হয়। নাট মঞ্চস্থৰ হেতু আৱশ্যকীয় খৰচৰ বাবে মানুহৰ ঘৰে ঘৰে গৈ টিকট দি দৰ্শনী মূল্য সংগ্ৰহ কৰি নাট মঞ্চস্থৰ আৱশ্যকীয় খৰচ যোগাৰ কৰিবলগা হয়। কোনো কোনো ক্ষেত্ৰত দৰ্শনী মূল্য বাকী লগাত একে ঘৰ মানুহলৈকে তিনি-চাৰিবাৰ পৰ্যন্ত তাঁত বাটি কৰিবলগা হয়। এনে সীমিত আৰু প্ৰতিকূল পৰিৱেশৰ বাবে অপেছাদাৰী কলা কুশলীসকলে সৃষ্টিশীল প্ৰতিভা বিকাশৰ পৰিৱেশ নেপায়। ভাল নাট সমালোচকৰো অভাৱ। ফলত তেওঁলোকৰ কৰ্মৰাজিৰো সম্যক মূল্যায়ন নহয়।

ইত্যাদি এশ এবুৰি সমস্যাৰ মুখামুখী হৈছে অসমৰ অ-পেছাদাৰী নাট্য দল সমূহ। ফলত এনে নাটকৰ চাহিদা কম হোৱা হেতুকে ছপাৰ বাবে প্ৰকাশক সকল আগ্ৰহী নহয়। কাজেই এই সমূহ নাটকৰ ছপা তেনেই সীমিত। যি দুই এখন ছপা হৈছে তাৰো অধিকাংশই ব্যক্তিগত উদ্যোগতহে হৈছে।

এনে প্ৰতিকূল পৰিস্থিতিৰ মাজতো ধেমাজিৰ উদীয়মান গ্ৰন্থ ব্যৱসায়ী তথা গ্ৰন্থ প্ৰকাশক ধেমাজি অফচেট প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীমান নৱ কলিতাই এদিন আকস্মিকভাৱে মোক ৰাস্তাতে ৰখাই এক প্ৰস্তাৱ দিলে যে, মোৰ

সম্পাদনাত তেওঁ মোৰ বয়সৰ সমসাময়িক অসমৰ কেখজনমান বচা বচা নাট্যকাৰৰ নাটকৰ দুটা সংকলন উলিয়াব খোজে। এটা একাংকিকা আৰু আনটো পূর্ণাংগ নাটকৰ সংকলন। অভাৱনীয়ভাৱে অহা এনে এক প্রস্তাৱ মই অতি আগ্রহেৰে গ্রহণ কৰিলো। সেই অনুসৰি অসমৰ বিভিন্ন প্রান্তৰ নাট্যকাৰ বন্ধু বা ভাতৃপ্রতিম বন্ধুসকলৰ সতে সুদীর্ঘ দিন যোগাযোগ কৰিলো। বহুতে কথা দিও কথা ৰাখিব নোৱাৰিলে। আশা কৰা ধৰণে পাণ্ডুলিপি যোগাৰ নহ'ল। তথাপি মোৰ নিজা এখন একাংকিকাৰ লগতে আন পাঁচখন পূর্ণাংগ বা ছুটি নাটসহ ছখন নাটকেৰে সংকলন এটি উলিওৱাৰ পৰিকল্পনা হাতত লোৱা হ'ল। সংকলনটিৰ নাম ৰখা হ'ল "অসমীয়া নাট্য সংগ্রহ"।

সংকলনটিত সন্নিবিষ্ট হোৱা নাট সমূহ হ'ল ক্রমে সুপৰিচিত কবি, নাট্যকাৰ, নাট পৰিচালক ৰফিকুল হুছেইনৰ 'জলপ্রপাত'। সন্ত্রাসবাদ আৰু প্রেমৰ সহঃ অৱস্থান। সন্ত্রাসবাদী যুৱকৰ সতে এক যুৱতীৰ গঢ়ি উঠা প্রেম আৰু তাৰ মাজত উদ্ভৱ হোৱা দ্বন্দ্ব সংঘাতৰ এক মনস্তাত্ত্বিক বিশ্লেষণ। মঞ্চ আৰু অনাতাঁৰ নাটৰ জৰিয়তে অসমত এক বিশিষ্ট আসন দখল কৰিবলৈ সক্ষম হোৱা নাট্যকাৰ সপোন জ্যোতি ঠাকুৰৰ এক মননশীল নাটক 'ৰত্নাকৰ'। এসময়ৰ দস্যু ৰত্নাকৰৰ সময়ত বাল্মিকীৰ পৰিণত হোৱা সেই ঐতিহাসিক ঘটনাটোক নিজস্ব কল্পনাৰে সৃষ্টি কৰিছে ৰত্নাকৰ। অতিব ব্যঞ্জনাময় সংলাপ তথা শ্রুতিনন্দন গীত কবিতাৰে নাটখনৰ এক সুকীয়া বৈশিষ্ট আছে। জিন্তু ভট্টাচার্যৰ "পঞ্চকন্যাৰ নাটক" নামৰ নাটকখন নাৰী চৰিত্র প্রধান। পুৰুষ প্রধান সমাজত শোষিত আৰু নিষ্পেষিত নাৰী জীৱনৰ চিত্র দাঙি ধৰা হৈছে। ভব পূজাৰীৰ নাট "দুঃসময়ৰ নক্সা" বর্তমান সময়ৰ উৎকট নিবনুৱা সমস্যা, জীৱন আৰু জীৱিকাৰ বাবে হাঁহাকাৰ কৰি থকা এচাম অর্থনৈতিকভাৱে দুর্বল শিক্ষিত নিবনুৱা যুৱকৰ ওপৰত ৰাজনৈতিক দালালহঁতৰ শোষণ, ঠগ, প্রবঞ্চনাৰ এক দলিল। বলীন বৰগোহাঞিৰ "ডাঙৰ মানুহ" সাম্প্রতিক কালৰ শিক্ষা ব্যৱস্থাৰ ফোঁপোলা স্বৰূপ, অন্তঃসাৰ শূন্য শিক্ষা ব্যৱস্থাৰ বলি হৈ দিকভ্রষ্ট হোৱা নতুন প্রজন্মৰ এক কৰুণ চিত্র। ধেমাজিৰ চকুলো জীয়াঢল নদী। এই নদীৰ তাণ্ডৱ বানৰ কবলত বিধ্বস্ত হোৱা দৰিদ্র কৃষিজীৱি পৰিয়াল সমূহৰ অবর্ণনীয় দুখ-দুর্দশাৰ প্রতিচ্ছবি যাত্রীৰ দুর্দশাৰে গৌৰৱ বৰুৱাৰ নাটক "ছিন্নমূল পথিক"। এই ছখন নাটক সম্পাদনা কৰি পঢ়ুৱৈ তথা নাট্য প্রেমী, কলাপ্রেমী সদাশয় ৰাইজলৈ

আগবঢ়োৱা হৈছে। আমি পূৰ্বতেই উল্লেখ কৰাধৰণে যি সময়ত নাটকৰ প্ৰকাশক দুষ্পাপ্য তেনেস্থলত শ্ৰীমান নৱ কলিতাই অতি সহানুভূতি সহকাৰে এনে এক গধুৰ দায়িত্ব লৈ নাট্য সংকলনটিৰ প্ৰকাশৰ পথ প্ৰশস্ত কৰি দিলে তাৰ বাবে শ্ৰীমান কলিতাৰ প্ৰতি গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিলো। সংকলনটিৰ বেটুপাত পৰিকল্পনা আৰু অংকন কৰি দি সহায় কৰাৰ বাবে নাট্যকৰ্মী, নাট্যকাৰ সপোন জ্যোতি ঠাকুৰলৈ আন্তৰিক ধন্যবাদ জনালো। পাণ্ডুলিপিৰ প্ৰুফ চোৱাত সহায় কৰি দিয়াৰ বাবে নাট্যকৰ্মী, নাট পৰিচালক মোলোক দাসৰ ওচৰত কৃতজ্ঞ।

ধেমাজি অফ্‌চেট প্ৰিণ্টাৰ্চৰ কৰ্মচাৰীসকলে কষ্ট আৰু ত্যাগ স্বীকাৰ কৰি সংকলনটি সৰ্বাংগ সুন্দৰ কৰি ছপাই উলিওৱাৰ বাবে প্ৰেছ পৰিচালক সহঃ সমূহ কৰ্মীবৃন্দলৈ হিয়াভৰা কৃতজ্ঞতা জ্ঞাপন কৰিলো।

- বলীন বৰগোহাঞি

# সূচীপত্ৰ

চৰিত্ৰসমূহ ঃ

১। সুনন্দা

২। শেখৰ

৩। ঝৰ্ণা

৪। নীলিম

৫। পাৰ্থজিৎ

৬। চাকিল

৭। ৰিণী

# অলপ প্ৰাক-কথন...

সঠিক পাহৰিছো । খুব সম্ভৱ আজিৰ পৰা তিনি কি চাৰি বছৰমানৰ পূৰ্বে 'প্ৰান্তিক' আলোচনীৰ পাতত ড° নীলাক্ষি চাংকাকতিৰ 'এটা বন্দুকৰ ভাষাৰে' নামৰ চুটিগল্প এটা পঢ়িছিলোঁ ।গল্পটোৰ এঠাইত খুব সম্ভৱ এষাৰি বাক্য আছিল এনেদৰে- 'এটা ফুলশয্যাৰ নিশা এহাতত এটা নিষিদ্ধ অস্ত্ৰ লৈ আৰু অন্যহাতে এবুকু ভৰা প্ৰেম লৈ সম্ভৱ হ'ব পাৰেনে জীৱনৰ সহাৱস্থান ? বচ্ ! এই চিন্তা উদ্ৰেককাৰী বাক্যষাৰেই মোৰ অনুভৱৰ হৃদয়ত চাঁতকৈ তুলিলে এটা ঢৌ । জন্ম হ'ল জলপ্ৰপাতৰ । পূৰ্ণাংগ এই নাটকখন আজিৰ পৰা প্ৰায় তিনি বছৰৰ পূৰ্বে যোৰহাটৰ অগ্ৰণী নাট্যগোষ্ঠী 'শিল্পী'ৰ প্ৰযোজনাত ক্ৰমে যোৰহাট জিলা পুথিভঁৰালত দুনিশা আৰু সেই বছৰেই অসমৰ এটা অন্যতম আগশাৰীৰ নাট্যচৰ্চাৰ অনুষ্ঠান জীপ্‌চি গীল্ডৰ আমন্ত্ৰণমূলক নাট সমাৰোহত ,নিশা মঞ্চস্থ কৰা হৈছিল, মোৰ পৰিচালনাত । নাটকখনত অভিনয় কৰিছিল ক্ৰমে ড° অৰূপ বৰঠাকুৰ, ৰীণা ডেকা বৰুৱা, ৰূপাঞ্জলি দেৱী, মুক্তাৰুল হোছেইন, অৰ্পণ শৰ্মা পাঠক, জয়ন্ত ডেকা, মানবেন্দ্ৰ শৰ্মা আৰু যুটিয়াভাৱে ৰীণি চৰিত্ৰত ক্ৰমে ৰূপাঞ্জলি পূজাৰী আৰু দীপালী বৰুৱাই । আটাইলৈ কৃতজ্ঞতা ৰ'ল ।

# প্ৰথম মুহূৰ্ত

## সময় ৰাতি

**দৃশ্যসজ্জা আৰু পৰিবেশৰ বৰ্ণনা ঃ** পৰিচালকৰ নিজস্ব পোহৰৰ শৈলী আৰু পৰিকল্পনা অনুযায়ী মঞ্চ উজলি উঠিব। শ্ৰুতিগোচৰ হ'ব দুৰৈত এখন ট্ৰেইন চলি গৈ থকাৰ শব্দ । দেখা যাব মঞ্চৰ চেণ্টাৰ-জ'নত থকা চ'ফা কাম ডিভানখনত অলস ভংগীত বহি গৃহকৰ্ত্ৰী সুনন্দাই গভীৰ নিমগ্নতাৰে এখন কিতাপ পঢ়ি আছে। মঞ্চৰ ডাউন লেফ্‌ট জ'নত থকা চকীখনত জুপুকা মাৰি বহি আছে শেখৰ। আপৰাইট জ'নৰ আভাসমূলক কোঠাটোত থকা বিছনাখনত তললৈ পেট পেলাই শুই শুই ডায়েৰীত কিবা লেখি থাকিব ঝৰ্ণাই। বাহিৰৰ সেমেকা কোমল জোনাকৰ কিছু ৰেশ কাষৰ আপ চেণ্টাৰৰ ডাঙৰ আৰু বহল খিৰিকীখনেৰে আহি ঝৰ্ণাই লিখি থকা কোঠাটো আৰু ঠিক তাৰ কাষতে লাগি থকা আপ লেফ্‌ট জ'নৰ সৰু ডাইনিং কোঠাটোত সিচৰতি হৈ পৰি থাকিব। হঠাৎ ঝৰ্ণাই লিখি থকাৰ পৰা মূৰ তুলি হাতৰ ঘড়ীটোলৈ চাই একেজাঁপে বহিব। কলমটো সামৰি কিছুবিৰক্তিৰে ডায়েৰীৰ ভাজত থৈ দুয়োহাতৰ আঙুলি ফুটাব। এইবাৰ স্বগতোক্তিৰ ভংগীত ক'ব -)

ঝৰ্ণা ঃ চেঙ্গ ইমানসোপা সংলাপ । ইমান প্ৰকাণ্ড চৰিত্ৰ । নাটকলৈ আছেনো কেইটা দিনঙ্গ লিখি লিখিও মুখস্থ কৰিব পৰা নাই । কি কৰা যায় বাৰু ? (পুনৰ ঘড়ীত চকু থৈ পলকতে সুনন্দালৈ চাই) মা ঙ্গ ৰাতি নাই নাই বুলিতো ভালেপৰ হ'ল । কি হ'ল নীলিমৰ ? নাইট ট্ৰেইনখনতো পাৰ হৈ যোৱা সময় হ'ল ।

সুনন্দা ঃ (পঢ়ি থকাৰ পৰাই )- হয়তো বাছত আহিব ।

ঝৰ্ণা ঃ জানো পায় ! আমালৈতো খবৰ পঠোৱামতে গাড়ীত অহাতো যদি বিপদজ্জনক হয় হয়তো ট্ৰেইনতহে চাঞ্চ ল'ব । চেঃ ! কিখন যে চিন্তাত পেলায় । (উঠি মিডল লেফ্‌টত অৱস্থিত কোঠাটোৰ বাহিৰলৈ যোৱা মূল দুৱাৰখনৰ কাষলৈ গৈ দুৱাৰ মেলি দূৰলৈ কিছুসময় চাই হতাশাৰে

পুনৰ জপাই পুনৰ লিখি থকা কোঠাটোলৈ গৈ লিখাৰ সামগ্ৰীসমূহ সামৰি)- যাওঁ। অকণমান মই মোৰ কোঠালৈকে যাওঁ (অকণমান গৈ পুনৰ ঘূৰি সুনন্দাৰ কাষলৈ আহি) -মা, এটা কাম কৰো নহ'লে- তুমি আৰু শেখৰদাই ভাত খাই লোৱা। মই পিচত খাম। নীলিম আহক ।

সুনন্দা : নাঃ! মই এতিয়া নাখাওঁ। তাতকৈ এক কাম কৰা মাজনী। গৰম গাখীৰ এগিলাচকে দিয়া। কলেজৰ ক্লাচ দি অহাৰ পৰাই কিবা মূৰটো ইমান কামুৰি আছে।

ঝৰ্ণা : হ'ব। (যাব খোজে) সুনন্দা। শেখৰক ভাত দি দিয়া। মিছাকে সি বেচেৰা

ঝৰ্ণা : ৰাইট। ( শেখৰৰ কাষলৈ গৈ ) শেখৰ, শেখৰ-

শেখৰ : (হঠাৎ উচপ খাই) হু!

ঝৰ্ণা : ভাত বাঢ়ো ?

শেখৰ : ভাত ? জানো !

ঝৰ্ণা : (হঠাৎ বিৰক্তিৰে)- তুমিও বৰ একধৰণৰ মানুহহে। কোনো কথাই পোনে পোনে নোকোৱা। কিবা সুধিলে সদায় মাথোঁ জা-নো! চাওঁচোন! চিধা-চিধি ইয়েচ বা ন' বুলি ক'ব নোৱাৰা নেকি?

শেখৰ : (মুখত ম্লান হাঁহিৰে) হ'ব বাৰু।

ঝৰ্ণা : ঠিক আছে (ঝৰ্ণাৰ ভিতৰলৈ খৰতকীয়া প্ৰস্থান )

শেখৰ : (ইফালে সিফালে চাই) মাহীদেউ আপুনি ভাত নাখায় ?

সুনন্দা : (পঢ়ি থকাৰ পৰাই)- তুমি খাই লোৱাচোন। কিছু নীৰৱতা

শেখৰ : (হঠাৎ ) মাহীদেউ!

সুনন্দা : কোৱা।

শেখৰ : নীলিমক লৈ চিন্তাত পৰিছে !

সুনন্দা : (সহজ হৈ ক্ষীণ হাঁহিৰে) মোৰ মনে কয়, একো বিপদ হোৱা নাই নীলিমৰ।

শেখৰ : নহয়। কথা ঠিক সেইটো নহয়। মই ক'ব বিচাৰিছো, নীলিম যদি আজিও আহি নাপায়হি, মই ইয়াত আৰু সৰহ সময় থকাতো ঠিক নহ'ব ঃ কাৰণ-

সুনন্দা : তুমি আমাক লৈ চিন্তা কৰিছা নেকি?

শেখৰ : (দ্বিধাৰে)- নহয়, ঠিক সেইটো নহয়। তথাপি-

সুনন্দা : শুনা, শুনা শেখৰ, এই লৈ আমি মানে মই আৰু ঝৰ্ণাই আমনি পাওঁ বুলি ভাবা নেকি ?

শেখৰ : হয়তো এতিয়া নাপালেও এদিন বিৰক্ত হ'ব মাহী ।

সুনন্দা : (হাঁহি) সঁচাকৈ কৈছানে ?

শেখৰ : নাজানো। কিন্তু আজি প্ৰায় এবছৰ মানেই ধৰি এই যে মাজে মাজে বা কেতিয়াবা প্ৰায় সঘনে আহো, মোক, নীলিম বা সুমন, ৰুদ্ৰইঁতক এই যে আপোনালোকে বহু ৰিস্ক লৈ আশ্ৰয় দি থাকে, এয়া কম কথানে! ঘৰখনত মানুহ বুলিবলৈ আপোনালোক দুজনেই । কোনা মতা মানুহো নাই। সকলো কাম আপোনালোকেই চম্ভালিব লাগে। আমাৰনো কি! কেৱল আহো, বহো, খাওঁ, শোওঁ । নিজৰ নিৰাপত্তাৰ্লৈ নিজকে পহৰা দি থাকো প্ৰতি মুহূৰ্ত। এইবোৰ দেখি-শুনি আপোনালোক অকণো বিৰক্ত নহয়নে মাহীদেউ?

সুনন্দা : (পুনৰ স্মিত হাঁহিৰে) কিয় ?

শেখৰ : (হঠাৎ লাজ পাই) আচৰিত !

সুনন্দা : শুনা শেখৰ! তোমালোকেতো জানাই মোৰ একমাত্ৰ কন্যা ঝৰ্ণা বৰ্তমান এজনী সুশিক্ষিতা, সুপ্ৰতিষ্ঠিতা অভিনেত্ৰী । তাহাঁতৰ নিজস্ব গ্ৰুপ থিয়েটাৰ এটাও আছে। শুনিছাইতো শতাব্দীৰ নাম। ৰাজ্যৰ ভিতৰে-বাহিৰে শতাব্দী এতিয়া সুপ্ৰিতিষ্ঠিত। ময়ো এখন নামজ্বলা কলেজৰ অধ্যাপিকা। সমাজ, মানুহ, ৰাজনীতি অৰ্থবিজ্ঞান, সংস্কৃতি এইবোৰ অধ্যয়ন কৰি ভাল পাও। কেৱল আহাৰ, নিদ্ৰা, মৈথুন এইবোৰক লৈয়ে মানুহ এজন জীয়াই থকাৰ জানো কিবা অৰ্থ আছে? আমি আচলতে সমানেই দায়বদ্ধ থাকিব বিচাৰো আমাৰ সমসাময়িকতাৰ লগতো শেখৰ ।

শেখৰ : চ'ৰি! আই ফিল চ'ৰি! (ঝৰ্ণা খৰ খোজেৰে এহাতে এটা হটকেচ আৰু আনহাতে এটা পানী ভৰ্তি জাৰ লৈ প্ৰৱেশ দি ডাইনিং টেবুলত সামগ্ৰীসমূহ সজাই দি পুনৰ ভিতৰলৈ গৈ পুনৰ এগিলাচ ধোঁৱা উৰি থকা গাখীৰ আনি সুনন্দাৰ কাষ চাপি )

ঝৰ্ণা : মা, এয়া লোৱা (হঠাৎ শেখৰলৈ চাই) ওঁ, শেখৰ গেট ৰেডি। যোৱা হাত-মুখ ধুই আহা ভাই।

শেখৰ : মোৰ হাত চাফাই আছে ।

ঝৰ্ণা : আৰে বাবা, লেতেৰা বুলিতো কোৱা নাই। কিন্তু খোৱাৰ আগতে কম্‌চে কম এবাৰতো ধুই আহা ভাই !

শেখৰ : (দুই হাত চাই) হ'ব নেকি নুধুলেও।

ঝৰ্ণা : (বিৰক্তিৰে) আঃ বাবা, আকৌ নেকি! হ'ব বা নহয় স্পষ্টকৈ ক'ব নোৱাৰা? সদায় সদায় খালি দোদুল্যমানতা। নীলিমৰো সেই একেই স্বভাৱ ।

সুনন্দা : ঝৰ্ণা! তুমিও যে আৰু । শুনা, স্থিৰ হ'বলৈওতো প্ৰথমে দোদুল্যমান হোৱা যায়। কেঁচুৱা দেখা নাই ? পাৰে জন্ম হৈয়ে দৌৰিব? ক্ৰমে উবুৰিবলৈ, চুচঁৰি, থিয় দণ্ডাদি—

ঝৰ্ণা : (শেখৰক) শুনিলাতো! এতিয়া মাৰ এই ফিলচ'ফিকেল লেক্‌চাৰ যদি বেচি দীঘলীয়া হয়, শেখৰ তোমাৰ বাৰু ভাত খোৱাৰ মুড থাকিবগৈনে ?

শেখৰ : (হুমুনিয়াহ এৰি) থাকিবতো লাগে!

ঝৰ্ণা : আকৌ সংকোচ আকৌ দ্বিধা। (ঠাট্টাৰে) থাকিবতো লাগে ।

শেখৰ : নহয় মানে মই ক'ব খুজিছো পেটৰ ক্ষুধাৰ লগত মোৰ মুডৰ প্ৰশ্ন নাই নেকি! যদি কিবা আছে সেয়া হ'ল প্ৰয়োজন আৰু অভ্যাস। (কৈ কৈ শেখৰে ডাইনিং টেবুলত বহি হটকেচ্‌ খোলে )

ঝৰ্ণা : বঢ়িয়া বঢ়িয়া। আই দো এড্‌মিট ইয়ৰ কন্‌চেপ্ত। (কৈ কৈ শেখৰৰ খোৱা সজাই দিয়ে )

সুনন্দা : ঝৰ্ণা

ঝৰ্ণা : মা

সুনন্দা : মই আবেলি কলেজৰ পৰা আহি পোৱাৰ অকণমান পিচতে তোমালোকৰ নাট্যকাৰ আহিছিল। ক'বলৈ পাহৰি আছিলো ।

ঝৰ্ণা : কি? চাকিলদা আহিছিল। ইচ্‌ ৰাম, মোৰ ৰোলটোৰ চাগে ৰিডিং প্ৰগ্ৰেছ ল'বলৈ আহিছিল। খুব সম্ভৱ পৰহিৰ পৰাই পাৰ্থদাই ডিৰেকচ্‌নৰ কাম আৰম্ভ কৰিব। অথচ মই যে চৰিত্ৰটোৰ এই মুহূৰ্তলৈকে কোনো এটা ইমাজিনেৰি গেট্‌ আপেই দিব পৰা নাই । কি যে কৰো! শেখৰ তুমি খোৱাচোন দেই। (ভিতৰলৈ যাব খোজে)

সুনন্দা : শেখৰক কিবা লাগিব নেকি ?

শেখৰ : নাই, নালাগে মাহী

(হঠাৎ ফোন বাজি উঠিব। সকলো উৎকণ্ঠিত। ঝৰ্ণাই দৌৰি গৈ ফোন ধৰিব )

ঝৰ্ণা : হেল্ল'-নীলিম! ক'ৰপৰা? কি তুমি পালাহি? ট্ৰেইনখনতো কেতিয়াবাই পাৰ হৈ গ'ল। আমাৰ যে কি টেনচ্‌ন। কি বাছত ? আক' দেখোন তুমিয়ে কৈছিলা বাছ জাৰ্ণি বেছি - অ' অ' আচ্ছা, সহায় কৰিলে! বড়িয়া-কি-আকৌ আজিয়ে পুৱতি নিশাৰ ভিতৰতে-ভীষণ জৰুৰী- ক'বাহি-হ'ব-তুমি আহা- শেখৰে ভাত খাই আছে। মই আৰু মা তোমাৰ বাবে ৰৈ আছো। আচ্ছা,হ'ব। চাবা, চাই, চাই-চিতি, সাৱধানে। অ' কে (টেলিফোন থ'ব )

সুনন্দা : (উৎকণ্ঠাৰে ঝৰ্ণাৰ কাষ চাপি)- কি হ'ল ?

শেখৰ : (আধা-ভাত খোৱাতে পানী ঢালি, টাৱেলেৰে হাত মচি মচি কোঠা আৰু ডাইনিং টেবুলৰ কাষতে থকা টেলিফোন ষ্টেণ্ডটোৰ কাষ চাপি।) নীলিমে কিবা জৰুৰী খবৰ আনিছে ?

ঝৰ্ণা : (হঠাৎ গম্ভীৰ হৈ) শেখৰ। তুমি শীঘ্ৰে কাপোৰ-কানি সামৰি সাজু হোৱা। নীলিম পাবহিয়ে। (কৈয়ে খৰকৈ ঝৰ্ণাৰ ভিতৰলৈ প্ৰস্থান)

সুনন্দা : পৰহিয়ে হঠাৎ ওলাই যোৱা নীলিমটো আহিব, আকৌ গুচি যাব! কি জৰুৰী ঘটিল বাৰু? (ঝৰ্ণাৰ প্ৰৱেশ। হাতত দুখনমান কিতাপ, এখন ডায়েৰী আৰু কিছু কাগজ-পত্ৰ শেখৰলৈ আগবঢ়াই দি)

ঝৰ্ণা : শেখৰ, এইবোৰ তোমাৰ বেগত ভৰাই থোৱাচোন ।

শেখৰ : এয়া কি ?

ঝৰ্ণা : নীলিমে। এমাহমানৰ আগতে মোৰ জিম্মাত ৰাখিছিল। আজি বিচাৰিছে। তোমাৰ বেগত ভৰাই দিবলৈ কৈছে। (শেখৰে লয় আৰু বেগত ভৰায়)

সুনন্দা : ঝৰ্ণা (ঝৰ্ণা কাষলৈ আহি ডিভানত বহি থকা মাকৰ কাষত ক্ল'জড হৈ বহে)

সুনন্দা : ফোনতনো নীলিমে কি ক'লে ?

ঝৰ্ণা : ক'লে মানে (বাকীখিনি মাইমত হ'ব। কাষৰ, কোঠাত বেগ আদি সামৰাত ব্যস্ত হ'ব শেখৰ। হঠাৎ ড'ৰ বেল বাজি উঠিব ।)

ঝৰ্ণা : কোন? নীলিম নেকি ?

(নেপথ্যত- 'অ' নীলিম। দুৱাৰ খোলা।' ঝৰ্ণাই দ্বিধাহীনভাবে দুৱাৰ খুলি দিব । সোমাই আহিব নীলিম।ব্যস্ত। উৎকণ্ঠিত। ঝৰ্ণা বা সুনন্দালৈ বিশেষ নোচোৱাকৈ)

নীলিম ঃ শেখৰ, তই ৰেডি ?

শেখৰ ঃ ইয়েচ ! অলম'ষ্ট ৰেডি ।(কোঠাত শেখৰৰ ব্যস্ততা)

নীলিম ঃ (ঝৰ্ণালৈ চাই) মোৰ বস্তুখিনি ?

ঝৰ্ণা ঃ শেখৰৰ বেগত ।

নীলিম ঃ গুড। (সুনন্দলৈ চাই) মাহীদেউ, আমি এতিয়াই যাবগৈ লাগিব!

ঝৰ্ণা ঃ কিন্তু ৰ'বাচোন, তুমি যে ফোনত ক'লা পুৱতি নিশাহে-

নীলিম ঃ অৱশ্যে ! এইটো হঠাৎ লোৱা সিদ্ধান্ত। প্ৰয়োজনবোধ কৰিছো। ওপৰৰ নিৰ্দেশ। যাবই লাগিব ।

সুনন্দা ঃ তোমালোকে কথা পাতাচোন। মই এক মিনিটত ভিতৰৰ পৰা আহিছো।

নীলিম ঃ হ'ব বাৰু। আচ্ছা ঝৰ্ণা, ভাবিছো এইবাৰ বাছ যাত্ৰা নহয়। বেলেগ কৌশল ল'ম। শেখৰে-ময়ে কাযৰ সৌ ৰে'ল ষ্টেচনটোতে ৰাতিৰ বাকীখিনি সময় খাপ লওঁগৈ। মোৰ চিনা জনা দুটামান বাইলেনত এইসময়ত পুলিচ চেকিং কম থাকে। ষ্টেচনলৈ সেইফালেই সৰকিব লাগিব। শেষ ৰাতিৰ ট্ৰেইনখনত চেগ বুজি উঠি দিম ।

ঝৰ্ণা ঃ নীলিম! তোমালোকে যে এই চহৰ এৰি হঠাৎ যাবলৈ ওলালা ?

নীলিম ঃ একদম পলম নকৰো ।

শেখৰ ঃ মই সাজু ।

নীলিম ঃ প্ৰয়োজনীয় সকলো বস্তু চাই-চিন্তি লৈছতো ?

শেখৰ ঃ নিশ্চিন্ত থাক। আচ্ছা, মই অলপ টয়লেটৰ পৰা আহিছো। ফট্‌কৈ। (শেখৰৰ ভিতৰলৈ প্ৰস্থান। ক্ষণিক নীৰৱতা।)

ঝৰ্ণা ঃ নীলিম!

নীলিম ঃ কোৱা।

ঝৰ্ণা ঃ তুমি কিবা এটা খাই যোৱা।

নীলিম ঃ নাঃ! মই জাষ্ট খাই আহিছো ।

ঝৰ্ণা ঃ তুমি মিছা মাতিছা।

নীলিম : একেবাৰে নহয় (নীৰৱতা)

ঝৰ্ণা : (ইতিমধ্যে ডিভানত ভাগৰত ওপৰমুৱাকৈ শুই থকা নীলিমৰ কাষত বহি)- নীলিম! অকণমাণ পিচতে তুমি সঁচাকৈ যাবাগৈ ?

নীলিম : কিয় সুধিলা ?

ঝৰ্ণা : তুমি বহুদিনৰ মূৰত আহিলে মই যেনেকৈ এজোপা জোনাকৰ থুপ হৈ পৰো আকৌচোন তুমি যাবলৈ ওলালেই মই ভিতৰি ভিতৰি এটা বৰফৰ ঘৰ হৈ পৰো।

নীলিম : (হঠাৎ উচপ খাই কিছু কঠোৰ সুৰত)- ঝৰ্ণা! তুমি মোৰ কঠোৰতাত আঘাত কৰিছা। আগতেও বহুবাৰ কৈছো, কোনো ক্ষেত্ৰতে মোক ফুলৰ দৰে কোমল কৰি নুতুলিবা। মোক তীখাৰ দৰে কঠোৰ হৈ থাকিবলৈ দিয়া। ঠিক তীখাৰ দৰে! ঝৰ্ণা! এই ঝৰ্ণা!

(দেখা যাঁব হঠাৎ ঝ ৰ্ণাক কাষ চপাই কপালত চুমা খাব । আৰু চুমা খাই থাকোতেই কঁকালত গোপনে গুজি ৰখা এটা ৰিভলভাৰ উলিয়াই ক্ৰমে উদ্যত কৰি ধীৰে ধীৰে আনি ঝৰ্ণাৰ কোমল গালত ৰাখিব তোৰ স্পৰ্শত ঝৰ্ণা হঠাৎ চক্ খাই উঠিব।)

নীলিম : ঝৰ্ণা !

ঝৰ্ণা : (ইফালে সিফালে চাই) -কোৱা !

নীলিম : এইটো সদ্যহতে তোমাৰ জিম্মাত ৰাখা ।

ঝৰ্ণা : (আচৰিত হৈ) ৰাখি থ'ম? সঁচাই ৰাখি থ'ম ?

নীলিম : ইয়েচ !

ঝৰ্ণা : তুমি এই যাত্ৰাত, এই দুৰ্গম যাত্ৰাত ইমান সুৰক্ষাহীন হৈ শুদা হাতে যাবা? (নীলিমে ম্লানভাবে হাঁহিব)

ঝৰ্ণা : তুমি হাঁহিলা কিয় ?

নীলিম : মোৰ নিৰাপত্তা লৈ তুমি শংকিত হোৱাৰ কাৰণ নাই। তুমি জানো নাজানা, আমাৰ দৰে যোদ্ধাই সদায় নিজেই নিজ নিৰাপত্তা দিয়ে । পহৰা দি থাকে সতৰ্কতাৰে।

ঝৰ্ণা : (আনমনা হৈ ফুচফুচাই ক'ব)-হয় নেকি ! (ঝৰ্ণাই এইবাৰ ৰিভলভাৰত চকু ৰাখি হঠাৎ কঁপি উঠে)

নীলিম : কি হ'ল, আজি তুমি এনে কৰিছা যেন এইধৰণৰ বস্তু তুমি যেন আজিয়ে প্ৰথম স্পৰ্শ কৰিছা! আগতেওতো তোমাৰ কাষত আমাৰ এনে বহুগোপন সামগ্ৰী ৰাখিছো, নিছো, আকৌ ৰাখিছো-

ঝৰ্ণা : হয়। তোমাৰ জৰিয়তে মই বহুবাৰ এনে বস্তু স্পৰ্শ কৰিছো, শিহৰিত হৈছো, উন্মাত বহুবাৰ ভৰি গৈছিল মন । হ'লেও যেন, হ'লেও যেন-

নীলিম : কি? কৈ পেলোৱা ।

ঝৰ্ণা : (শীতল কণ্ঠেৰে) আজিকালি কেৱল তোমাৰ বাবেই যেতিয়াই মই স্পৰ্শ কৰো, মই যেন অদ্ভুতভাৱে শীতল হৈ যাওঁ ।

নীলিম : মই কাষত থাকিলেও

ঝৰ্ণা : বোধহয়— (নীলিমে কিছু শব্দ কৰি হাঁহি উঠিব।)

ঝৰ্ণা : তুমি তাচ্ছিল্য কৰিছা?

নীলিম : একেবাৰে নহয়। তুমি থুনুকা আৱেগৰ কবিতা গাইছা। হাঁহিছো সেই বাবেই। ঝৰ্ণা!

ঝৰ্ণা : কোৱা ।

নীলিম : মই তোমাক খুব ভাল পাওঁ ।

ঝৰ্ণা : জানো

নীলিম : যদি বাচি থাকো, যি কোনো আকস্মিক এনকাউণ্টাৰত মোৰ মৃত্যু নহয়, এদিন তুমি মোৰ হ'বা। কেৱল মোৰ -

ঝৰ্ণা : জানো

নীলিম : সেইদিনা হয়তো মই হত্যা, বহু লুণ্ঠন, বহু ধোঁৱা-বাৰুদৰ মাজেদি আহি তোমাৰ কাষত থিয় হ'ম।

ঝৰ্ণা : হ'ব পাৰে!

নীলিম : সেইদিনা বাৰু তুমি কি কৰিবা? ভালপোৱাৰ সকলো আকুলতাৰে মোৰ বুকুত তুমি সমৰ্পিত হ'বা নে শংকাত আতৰি গৈ চকুমুদি ধৰিবা?

ঝৰ্ণা : হ'ব নীলিম! বহুত হৈছে। নীলিম! আজিকালি মই সঘনে ভাবিবলৈ লৈছো তোমাৰ মোৰ সম্পৰ্কৰ এটা জটিল অৱস্থাৰ কথা ।

নীলিম : কি?

ঝৰ্ণা : ভৱিষ্যতৰ দিনবিলাকত হ'বনে সম্ভৱ তোমাৰ সন্ত্ৰাস আৰু মোৰ বিশুদ্ধ

প্ৰেমৰ সহৰস্থান। (শেখৰৰ প্ৰৱেশ)

শেখৰ : নীলিম! আমি চাগে যাব পাৰো ?

ঝৰ্ণা : (সচকিত হৈ) নহয় নহয় ইমান সোনকালে মই যাবলৈ নিদিওঁ। নীলিম। আস্! তুমি নুবুজা কিয়? মাহীদেউক মাতা। অ' তাৰ আগতে (ৰিভলভাৰটো দেখুৱাই) এইটো লুকুৱাই পেলোৱা। (হঠাৎ শেখৰে আচৰিত হৈ ৰিভলভাৰটোলৈ চায়) এইবোৰ কথা তিলমাত্ৰও মাহীদেউৱে নাজানেতো ?

ঝৰ্ণা : নাজানে !

নীলিম : (যাবলৈ প্ৰস্তুত হয়, ঝৰ্ণা সচকিত হৈ)

ঝৰ্ণা : মা আহিছে (কৈয়ে আচঁলৰ আঁৰত অস্ত্ৰটো লুকুৱায়)

সুনন্দা : নীলিম ভাত কেইটামান খালানে?

নীলিম : মই খাই আহিছো।

সুনন্দা : ইয়াত নাখালা ? কি যে ল'ৰা তোমালোকে। এই গাখীৰ গিলাচকে খাই লোৱা। মই পাগ ঘৰত গৰম কৰি আনিছো।

নীলিম : মিছা মিছি মাহীদেৱে কষ্ট কৰিলে (গাখীৰ গিলাচ লয়)

সুনন্দা : এয়ানো কি কষ্ট বোপাই, আমাৰ তুলনাত তোমালোকৰ কষ্টতো হিমালয় সদৃশ। এই ত্যাগ কিন্তু অথলে নিনিয়াবা সোণহঁত ।

শেখৰ : (হঠাৎ সচকিত হৈ) আহো মাহীদেউ। বাচি থাকিলে দেখা হ'ব ।

নীলিম : (কঠোৰ হৈ) কিয়, আমিতো বাচি থাকিম শেখৰ ।

সুনন্দা : নিশ্চয়। তোমালোকৰ যাত্ৰা শুভ হওক। তোমালোক এতিয়া কোন বাটেদি যাবা ?

নীলিম : (যোৱাৰ প্ৰস্তুতিৰে কান্ধত বেগটো তুলি) আপোনালোকৰ ঘৰৰ পিচফালৰ সেই লুংলুঙীয়া ৰাস্তাটোৰে গৈ আগৰ বাইলেন এটাত ওলাম। তাৰ পৰা সিদ্ধান্ত ল'ম ট্ৰেইন ষ্টেচনলৈ কোনফালে বেচি নিৰাপদ হ'ব। ব'ল শেখৰ-

সুনন্দা : ইয়ে, ৰবাচোন ৰ'বা। ভালকৈ এই নতুন বাইলেনবোৰ চিনি পোৱা জানো? ভুলতে যদি বাট-পথ হেৰায় ?

নীলিম : (হঠাৎ অপ্ৰস্তুত হৈ) চিন্তা নাই মাহী। আমি দুটা অন্ততঃ অন্ধতো নহয়। আহো- আহিছো ঝৰ্ণা। (নীলিম - শেখৰৰ প্ৰস্থান)

(ঝৰ্ণাই যোৱাৰ ফালে কিছুসময় চাই থাকি হঠাৎ আপ চেণ্টাৰৰ মূল খিৰিকিখনৰ কাষলৈ প্ৰায় দৌৰি যোৱাদি গৈ ৰডত ধৰি থিয় হৈ দুৰলৈ চাই ৰ'ব। সুনন্দাই মূল দুৱাৰখনৰ কাষলৈ চাই এটা দীঘল হুমুনিয়াহ কাঢ়ি ধীৰে ধীৰে আহি চেণ্টাৰ ডিভানত বহি পৰিব ।)

সুনন্দা ঃ ঝৰ্ণা!

ঝৰ্ণা ঃ (খিৰিকীৰে চাই থাকিয়ে সেমেকা কণ্ঠেৰে)- কোৱা মা !

(ক্ষণিক নীৰৱতা)

ঝৰ্ণা ঃ (হঠাৎ যেন আৱেগিক হৈ কিছু চিঞৰি)- মা মা- শেখৰহঁত বহুদুৰ আঁতৰি গৈছে। চোৱাহি চোৱাহি মা- শীতল এই কুঁৱলীত, জোনাকৰ চকামকাত নীলিমহত লাহে লাহে কেনেকৈ ধুসৰ হৈ পৰিছে। মণিব নোৱাৰা হৈ পৰিছে ।(ফুচফুচাই)- ধুসৰ হৈ পৰিছে !❑

# দ্বিতীয় মুহূৰ্ত

## সময় সন্ধিয়া/একেই পৰিবেশ

(ডাইনিং টেবুলত আড্ডাৰ ভংগীত চাকিল আৰু ৰিণী । চেণ্টাৰ ডীভানত পাৰ্থজিৎ আৰু ঝৰ্ণা।- খন্তেকলৈ মাইম)

পাৰ্থজিৎ : (হঠাৎ) Correct মইতো চাকিল বা আমাৰ গ্ৰুপৰ সকলোকে কওঁ, এটা Confused লাইন লৈ লাভ নাই। কি ক'ব খুজিছা. অন্ততঃ প্ৰপাগণ্ডাৰ পৰা আতৰি Distrinctly কোৱা ভাই ।

ঝৰ্ণা : আৰু সেইবাবেই আমাৰ এই নতুন নাটকখনৰ 'মেচেজ' লৈ নাট্যকাৰ হিচাপে চাকিলদাৰ স'তে মোৰ এটা বিৰোধ গঢ়ি উঠিছে ।

পাৰ্থ : (হাঁহি) চাকিল শুনিছা-

চাকিল : কি ?

পাৰ্থ : তোমাৰ নতুন নাটকখনত তুমি যি (Subject deal) কৰিছা, তাৰ line of thinking লৈ আমাৰ ঝৰ্ণা হেনো একমত নহয় ।

চাকিল : কিয় ? এক ছুটি যুদ্ধ কৰিবা নেকি ঝৰ্ণা ।

ঝৰ্ণা : (হাঁহি) সমৰ ক্ষেত্ৰত থিয় হ'লে কৰিব পাৰো। আপত্তি কি ?

চাকিল : O.K. Then ৰিণীবা, এই সমৰ ক্ষেত্ৰত তুমি মোৰ সেনাপতি হ'বানে ? (হঠাতে দুয়ো হাত জোকাৰি) না বাবা না ।

পাৰ্থ : ৰ'বা ৰ'বা চাকিল। ৰিণী তোমাৰ সেনাপতি হ'লে মোৰ ব্যক্তিগত সাম্ৰাজ্য কোনে চম্ভালিব ?

চাকিল : Correct পাৰ্থদা। সঁচা কথা কৈছো, এই ক [illegible] আমাৰকে ৰিণী বাই এইমাত্ৰ দুখ কৰি কৈছিল, বোলে চোৱানা চাকিল, পাৰ্থজিতৰ চোবাচোন ; চুলিবোৰ, মোঁচকোছা কেনেকৈ দিনে দিনে শিমলু তুলাৰ ৰূপ লৈছে। ইফালেতোমাৰ ৰিণিবাৰো চল্লিশ পাৰ হওঁ হওঁ। পাৰ্থৰতো প্ৰায় পঞ্চাশ বছৰেই হ'ল . অথচ

কোনো খবৰেই নাই। মানে ৰিণীবাই কোৱা কথাটোহে কৈছো দেই।

পাৰ্থ ঃ এৰা, ময়ো লাহে লাহে ৰিণীক লৈ এখন নতুন সাম্ৰাজ্যৰ সপোন দেখিছো, যত ৰিণী হ'ব মোৰ মহাৰাণী আৰু মই হ'ম-

ঝৰ্ণা ঃ (হাঁহি) ৰ'বচোন পাৰ্থদা। আপোনালোক দুয়োৰে বাৰু Costume বোৰ কেনেকুৱা হ'ব?

পাৰ্থ ঃ কিয় ? ড্ৰেছ ভাণ্ডাৰৰ সেই ৰং যোৱা Costume বোৰ দেখা নাই ? (চাকিল- ঝৰ্ণাৰ হাঁহি)

ৰিণী ঃ ৰ'বা ৰ'বা। যেনেকুৱাই নহওক সংলাপবোৰ কিন্তু নতুন হ'ব'নে পাৰ্থদা। নহ'লেনো যোৱা দহ বছৰে- ৰ'বা ৰ'বা অ' ঠিকেইটো আমাৰ দুয়োৰে প্ৰেমৰ বয়সটো প্ৰায় দহ বছৰেই হ'ল। এই দহ বছৰে একেখিনি সংলাপেই কিমান যে গালো, আমনি লাগি গৈছে আৰু ভাই ।

চাকিল ঃ মানে ?

ৰিণী ঃ বুজা নাই? এই ধৰা পাৰ্কত, ৰেষ্টোৰাঁত, ঘৰত, নৈ পাৰত, সেই একেবোৰ 'আউটডেটেদ' সংলাপ ।

ঝৰ্ণা ঃ যেনে ৰিণী বা ?

ৰিণী ঃ যেনে আৰু কি হ'ব । এই ধৰা 'তুমি মোক বেয়া পাইছা '- ওহো! ' মুখখন কিয় ফুলাই আছা ?' 'কিবা খাবা ?' -'পেপছি?'- 'ওঁহো !'

চাকিল ঃ - ঝৰ্ণা ঃ বঢ়িয়া। বঢ়িয়া ।

ৰিণী ঃ ৰ'বা ৰ'বা। আকৌ ধৰা কেতিয়াবা হয়তো ময়েই কওঁ যেনিবা- 'কোৱানা পাৰ্থ আমাৰ সেই সুন্দৰ দিনটো কেতিয়া আৰম্ভ কৰিবা ? কোৱানা ? আমি কিবা সদায় মঞ্চতেই অভিনয় কৰি যামনে? (Change) What nonsense চোৱাচোন- পাৰ্থদা মই এই কথাটোকে বুজাব পৰা নাই যে নতুন সংলাপ গাবলৈয়োতো এটা নতুন পৰিবেশ লাগে। এখন নতুন ক্ষেত্ৰ লাগে। Am I wrong

ঝৰ্ণা ঃ Right একেবাৰে হানড্ৰেড পাৰ্চেণ্ট।- গতিকে পাৰ্থদা...

পাৰ্থ ঃ হ'ব। বানপানীটো পাৰ হওক,- অহা বছৰতে কামাখ্যাত ..

ৰিণী ঃ (খঙেৰে) বানপানীৰ লগত আকৌ ঘৰ-সংসাৰ পতাৰ কি সম্পৰ্ক আছে? মন থাকিলে ঘৰ-সংসাৰ, বানপানীৰে ভৰা ডুবিটো পাতিব পাৰি অথবা

খৰালিৰ উদং চাপৰিতো পাতিব পাৰি ।

চাকিল ঃ আহ: বাঢ়িয়া কৈছা দেই ৰিণীবা। ঠিকেইটো, যুদ্ধৰ মাজতো, ধ্বংসৰ মাজতো প্ৰেমে গজালি মেলে। নাৰীয়ে গৰ্ভধাৰণ কৰে, পুৰুষে সন্তান জন্ম দিয়ে (ঝৰ্ণাক) কিয়, সেই গুৱেৰ নিকাত এদিন ধ্বংসৰ মাজতো জানো প্ৰেমৰ বেহেলা বজা নাছিল ?

ঝৰ্ণা ঃ কিয় ? বিনা ৰক্তপাতে, বিনা অস্ত্ৰই এটা মহৎ সৃষ্টিৰ সম্ভাৱনা নাই নেকি ?

চাকিপ ঃ মই নাভাবো।

ঝৰ্ণা ঃ আৰু এই নভবাৰ বাবেই আপোনাৰ এইবাৰ নতুন নাটকখনত আপোনাৰ Line of thinking স'তে মোৰ কিছু মতবিৰোধ ঘটিছে।

চাকিল ঃ স্বাভাৱিক। মতবিৰোধটো এটা আপেক্ষিক কথা !

ঝৰ্ণা ঃ হ'ব পাৰে। আচলতে ময়ো বিচাৰো এটা বিপ্লৱৰ মাজেদি হোৱা পৰিবৰ্তন। কিন্তু তাকে কৰিবলৈ গৈ মানুহৰ জীৱনটোক কেৱল অস্ত্ৰৰ দ্বাৰা নিয়ন্ত্ৰিত কৰাত মোৰ আপত্তি আছে চাকিলদা ।

পাৰ্থ ঃ Correct চাকিল- বহু পৰিমাণে ঝৰ্ণাৰ কথাত গুৰুত্ব আছে । চোৱা, এটা পৰিবৰ্তনৰ বাবে অস্ত্ৰৰ হয়তো এটা একমাত্ৰিক তাগিদা থাকিব পাৰে, কিন্তু এজন মানুহৰ, মানে এজন সুস্থ মানুহৰ প্ৰতিটো সুকোমল,সূক্ষ্ম আৱেগ-অনুভূতিক প্ৰতি মুহূৰ্ততে কিন্তু কোনো অস্ত্ৰৰদ্বাৰা নিয়ন্ত্ৰণ কৰি ৰখাটো সম্ভৱ নহয় ।

চাকিল ঃ (হাঁহি দি) ইয়ো এটা আপেক্ষিক ধাৰণাহে পাৰ্থদা। ই কিন্তু চূড়ান্ত ধাৰণা নহয় ।

পাৰ্থ ঃ of course। কিন্তু মই ক'ব বিচাৰিছো এহাতে তুমি এটা বন্দুক লৈ এহাতে তোমাৰ প্ৰেয়সীক এপাহ ফুল উপহাৰ দিয়াতো ধৃষ্টতা মাথোন। (ঝৰ্ণাৰ reaction)

ৰিণী ঃ আচৰিত ! ইয়ে ৰ'ৱাচোন ৰ'বা- তেতিয়াহ'লে পাৰ্থ তুমি বাৰু কেতিয়াবা আমাৰ দুজনৰ মতবিৰোধ ঘটিলে মোক কিয় তুমি প্ৰায়েই গুলীয়াই দিম বুলি কোৱা ? এয়াও কি একধৰণৰ ভীতি প্ৰদৰ্শন নহয় ? (হঠাতে চাকিল- ঝৰ্ণাই হাঁহি উঠিব। পাৰ্থ অপ্ৰস্তুত।)

পাৰ্থ ঃ চোৱা ৰিণী - হয় কওঁ। প্ৰেমৰ ক্ষেত্ৰত, ভালপোৱাৰ ক্ষেত্ৰত ইয়ো হয়তো একধৰণৰ সশস্ত্ৰ ভীতি প্ৰদৰ্শনেই। কিয়নো তাৰ দ্বাৰা মই মোৰ প্ৰেম,

মোৰ ভাল পোৱাক নিকপকপীয়াকৈ পহৰা দি ৰাখিব খোজো।

ৰিণী : হাঁ। বাপৰে! তুমিতো আচৰিত মানুহ।

পাৰ্থ : নহয় নহয় ৰিণী। আচলতে মোৰ এই ভীতি প্ৰদৰ্শন ক'ৰপৰা উচ্চাৰিত হয় জানা? (বুকুখন দেখুৱাই) ইয়াৰ পৰা ইয়াৰে পৰা। সেয়ে মাজে মাজে তোমাক মই প্ৰদৰ্শন কৰা সেই অস্ত্ৰবিধ একান্তই অ...এগৰ কিছুমান থুনুকা গুলীহে।

ৰিণী : ৰ'বাচোন, ৰ'বা। তুমিতো শিল্পী। ইমান এজন নামজ্বলা নাট পৰিচালক। অথচ তুমিতো গোলাপ ফুলো ভাল নোপোৱা। ইচ ৰাম! সিবাৰ তোমাৰ জন্মদিনত মই সেই ৰঙা গোলাপথোপা উপহাৰ দিওঁতে তোমাৰ যে দুচকুত কি উন্মাদ ৰূপ দেখিছিলো।

চাকিল : (হঠাৎ হাঁহি) পাৰ্থদাই গোলাপ বেয়া পায়? তাতে ৰঙা গোলাপ? (কৈয়ে চাকিল - ঝৰ্ণাৰ উচ্চস্বৰত হাঁহি)

পাৰ্থ : (হঠাৎ উত্তেজিত হৈ) Please ৰিণী Please be quite control yourself-Don't make it famy (ঝৰ্ণা+চাকিল নিথৰ হৈ যায়) (ক্ষণিক মৌনতা)

পাৰ্থ : ঝৰ্ণা, মোক এগিলাচ পানী খুওউৱা।

ঝৰ্ণা : Sorry পাৰ্থদা। (দৌৰ মাৰে ডাইনিং টেবুললৈ)

চাকিল : Sorry, আমি এই প্ৰসংগ বাদ দিয়াই উচিত। (সংকোচেৰে পায়চাৰি কৰিব।)

ঝৰ্ণা : (পানীগ্লাছ দি) পাৰ্থদা, ক্ষমা কৰি দিয়ক। আমি আচলতে মানে কি ধেমালিতেই—

পাৰ্থ : (হঠাৎ ঝৰ্ণালৈ চাই হাঁহি) নহয় নহয়। ইয়াত আকৌ ক্ষমাৰ কি প্ৰশ্ন আছে? আমাৰতো কাৰো স'তে কোনো যুদ্ধ হোৱা নাই। It's O.K. It's ok,

চাকিল : আমি তেন্তে কাইলৈৰ পৰা নাটকখন Blocking ত যাব পাৰো পাৰ্থদা। নে কি কয়? দায়িত্বতো আপোনাৰেই।

পাৰ্থ : Sure, Why not?

ৰিণী : চাকিল, মোক কিন্তু 'ৰোলৰ' পৰা বাদ দিবা দেই।

চাকিল-ঝৰ্ণা ঃ কিয় ?

পাৰ্থ ঃ উপযুক্ত কাৰণ দৰ্শোৱা ?

ৰিণী ঃ মই বাধ্য নহয়।

পাৰ্থ ঃ মই বাধ্য নহয়।

পাৰ্থ ঃ নহয় নহয়। বাধ্য- অবাধ্যৰ কথা নাই। কিন্তু কথা হ'ল তুমি আমাৰ এই শতাব্দীৰ এগৰাকী পুৰণা আৰু অভিজ্ঞা অভিনেত্ৰী ।

ৰিণী ঃ উপযুক্ত কাৰণ একো নাই। ক'ব পাৰা-এয়া মোৰ একান্ত ব্যক্তিগত সিদ্ধান্তহে।

পাৰ্থ ঃ (হঠাৎ হাঁহি) হয় নেকি? বাঃ! তাৰ মানে তুমিও কি ভীতি প্ৰদৰ্শন কৰিব খুজিছা নেকি ?

ৰিণী ঃ কাক?

পাৰ্থ ঃ মোক।

ৰিণী ঃ ভীতি প্ৰদৰ্শন? - কিহেৰে ।

পাৰ্থ ঃ কিয়, মোৰ দৰে তোমাৰো বুকুৰ মাজত শুই থকা সেই আৱেগৰ বন্দুকটোৰে, তোমাৰ সুকোমল অনুভূতিৰ সেই বেঙুনীয়া গুলীবোৰেৰে কোৱা- হয় বা নহয় কিবা এটা কোৱা - হয় বা নহয় কিবা এটা কোৱা। (চাকিল-ঝৰ্ণাই হাঁহি দিব।)

চাকিল ঃ অঃ ক্লাছিক দিছে পাৰ্থদা ।

পাৰ্থ ঃ (হঠাৎ ৰিণীলৈ চাই) দিয়া।- দিয়া বুলিছো-

ৰিণী ঃ (কৃত্ৰিম খঙেৰে) কি দিম ?

পাৰ্থ ঃ দিয়া।

ৰিণী ঃ নোকোৱা কিয়- কি দিম ?

পাৰ্থ ঃ বুজা নাই তোমাৰ হাত এখন মোলৈ আগবঢ়াই দিয়া ।

ৰিণী ঃ কি? নিদিওঁ ।

পাৰ্থ ঃ দিয়া বুলিছো ।

ৰিণী ঃ নিদিওঁ বুলিছো নহয় নিদিওঁ ।

পাৰ্থ ঃ দিয়া-

ৰিণী : নিদিওঁ যা-

(কৈয়েই সোঁহাতখন পাৰ্থলৈ আগবঢ়াই দিয়ে আৰু লাজত কুচি-মুচি পৰে। ৰিণীৰ হাতত থাপ মাৰি ধৰিব পাৰ্থই)

পাৰ্থ : Thats good.- শুনা চাকিল, ঝৰ্ণা, অহা কাইলৈৰ পৰা এইখন হাতত ধৰি নাট্যকাৰ চাকিল জামালৰ নতুন নাটকখনৰ পৰিচালনাৰ গধূৰ দায়িত্ব লৈ শতাব্দীৰ ৰিহাৰ্ছেল ফ্ল'ৰলৈ প্ৰত্যেক সন্ধ্যাই মই আহি থাকিম - আহি থাকিম ।(চাকিল - ঝৰ্ণাই উচ্চ স্বৰত হাহিঁব ।)

চাকিল : (হাঁহি হাঁহি ) হিপ্ হিপ্ হুৰৰে ।

ঝৰ্ণা : (উচ্চ স্বৰত) এক মিনিট- (Seriously)পাৰ্থদা,চাকিলদা, ৰিণীবা (হঠাতে হাঁহি)

ঝৰ্ণা : আৰু এক ৰাউণ্ড চাহ ।

পাৰ্থ-চাকিল : (উচ্চ স্বৰত) চিঅ'ৰ ।❑

## তৃতীয় মুহূৰ্ত

### সময় ৰাতি/একেই পৰিবেশ

(খিৰিকীৰ কাষত বৈ বাহিৰলৈ চাই থাকিব নীলিমে। চেণ্টাৰ ডিভানত অস্বস্থিৰে বহি থাকিব শেখৰ। কাষত এটা কিট বেগ। নীলিমৰ কান্ধতো এটা বেগ। যেন কেনিবা যোৱাৰ প্ৰস্তুতিত। নেপথ্যত তীব্ৰগতিত এখন ট্ৰেইন পাৰ হৈ যোৱাৰ শব্দ।)

শেখৰ : তেতিয়া হ'লে সঁচাই কি তোৰ লগত ময়ো এই নিৰ্দেশ মানিবই লাগিব নীলিম ?

নীলিম : হাণ্ড্ৰেড পাৰ্চেণ্ট।

শেখৰ : কিন্তু—

নীলিম : আকৌ কিবা ক'বি নেকি ?

শেখৰ : চা- এবাৰ ভাবি চা, এটা সংগঠনে ওপৰৰ পৰা যান্ত্ৰিকভাৱে দি থকা কিছুমান নিৰ্দেশ আমি বিবেচনাহীন পুতলাৰ দৰেই প্ৰতি মুহূৰ্ত অন্ধভাৱে পালন কৰি যাম — ইয়াৰ কি যুক্তি আছে ?

নীলিম : শেখৰ! সংগঠনৰ বৃহৎ স্বাৰ্থত আমি কেতিয়াবা নিজৰ সুকোমল মনটোৰো মৃত্যু ঘটাব লাগিব ।

শেখৰ : ই কিন্তু বিবেকবিৰোধী। এজন ব্যক্তিৰ বহু সময়ত এটা আৱেগৰো প্ৰাধান্য থাকে ।

নীলিম : কিন্তু অধিক আৱেগে কেতিয়াবা এটা আদৰ্শৰ লক্ষ্যত বিচ্যুতিও ঘটায়।

শেখৰ : কিন্তু নিয়ন্ত্ৰণহীন আৱেগেও কেতিয়াবা মানুহক উন্মাদ কৰি তোলে ।

নীলিম : শেখৰ! এয়া যুক্তি-তৰ্কৰ সময় নহয়। আমাৰ পাৰ্টিত ডেডিকেচনেই হৈছে চূড়ান্ত কথা। ইয়েচ্ মই সংগঠনৰ এৰিয়া কমাণ্ডাৰ হিচাপে এই মুহূৰ্তত নিৰ্দেশ দিছো- উঠা, বেগ উঠা। সুমনহঁত যথাস্থানত বৈ থাকিব। সময় বৈ নাথাকে। প্লেনমতে কাম হ'ব লাগিব ।

শেখৰ : চা নীলিম, মোৰ নাম্বাৰ অব্ কিলিঙচ সংগঠনত জইন কৰাৰ পৰা বহুত হৈছে। কিন্তু আজি যেন এই অপাৰেচনটোত মোৰ হাত কঁপিব নীলিম। চাচোন আমিতো ভালকৈ জানো যে তেওঁলোক সদ্য বিবাহিত দম্পতী। হয়তো এই মুহূৰ্তত তেওঁলোক দুয়ো টিভিৰ সন্মুখত, অথবা লিখা বা

পঢ়াত ব্যস্ত আছে। আমি বেল বজাম। তেওঁলোকে দুৱাৰ খুলি দিব। হঠাৎ তোৰ- মোৰ ৰিভলভাৰ গৰজি উঠিব। তেজ আৰু ধোঁৱাৰ মাজত দেখিম এজনী যুৱতী পত্নীৰ পিন্ধি থকা ৰঙা শাৰীখন চকুৰ আগতে বগা হৈ গৈছে ।

নীলিম : (ৰূঢ়তাৰে)— শেখৰ! তই নাটক নকৰি বি প্লিজ ষ্টপ দিছ নুইচেঞ্চ । (হঠাৎ পকেটৰ পৰা ৰিভলভাৰ উলিয়াই) উঠা! বেগ উঠা!

শেখৰ : (আচৰিত হৈ) নীলিম!

নীলিম : ইয়েচ, ইটচ মাই অৰ্ডাৰ। ফল'মি—

শেখৰ : নীলিম। বয়সত সমান হ'লেও সংগঠনত তই মোৰ চিনিয়ৰ। গতিকে বুকু পাতি দিছো, যি ইচ্ছা কৰ।

নীলিম : শেখৰ !

শেখৰ : অস্ত্ৰ তোৰ দৰে মোৰ হাততো আছে। তথাপি-

নীলিম : আৰু কিবা ক'বি?

শেখৰ : (পুনৰ বহি পৰি) নাই, একো ক'বলৈ নাই ।

নীলিম : (হঠাৎ শেখৰৰ বাউসীত ৰিভলভাৰটো হেঁচি)- মই কিন্তু নিৰ্মম হ'বলৈ বাধ্য হ'ম শেখৰ। উঠ। ফল'মি—

শেখৰ : ন', ইটচ ইম্পচিব'ল ।

নীলিম : (উচ্চ স্বৰত) -শেখৰ !

(হঠাৎ ভিতৰ কোঠাৰ পৰা সুনন্দাৰ প্ৰৱেশ। নীলিমে পলকতে ৰিভলভাৰ লুকুৱাব)

সুনন্দা : কি হৈছে তোমালোকৰ এইবোৰ কি? মই পাকঘৰৰ পৰা সকলো শুনি আছো। কি হৈছে এইবোৰ ?

নীলিম : নহয় মানে মাহীদেউ --

সুনন্দা : মনত ৰাখিবা, এইখন ঘৰত তোমালোক স্বাধীনভাৱে থকা অতিথি নহয়। পুলিচ- মিলিটেৰীয়ে প্ৰতি মুহূৰ্ত তোমালোকক চিতা বাঘৰ দৰে বিচাৰি আছে । (হঠাৎ ড'ৰ বেল বাজিল। নীলিম- শেখৰ সতৰ্ক)

সুনন্দা : কোন ? (নেপথ্যত- দুৱাৰ খোলা। মই ঝৰ্ণা ) (সুনন্দাই দুবাৰ খুলিব। ঝৰ্ণাৰ প্ৰৱেশ। পৰিবেশ নিৰীক্ষণ কৰি)

ঝৰ্ণা : কি হ'ল? হঠাৎ যে তোমালোক বেগ-চেগ লৈ? আবেলি মই ৰিহাৰ্ছেললৈ

যাওঁতে কোনো চৰ্ততেতো তোমালোক আজি যোৱাৰ কথা নাছিল ।

সুনন্দা : মাজনী, তুমি ইহঁত দুটাক বুজোৱাচোন। কি কথাত জানো ভীষণ কাজিয়া হৈছে। মই একো ধৰিব পৰা নাই ।

নীলিম : নাই নাই এয়া সম্পূৰ্ণ আমাৰ ব্যক্তিগত কথা। আচ্ছা ঝৰ্ণা, এটা আৰ্জেণ্ট খবৰ পালো। এই মুহূৰ্ততে আমি যাবলৈ ওলালো। এক মুহূৰ্তও পলম নকৰো। (হঠাৎ ঝৰ্ণাই প্ৰশ্ন কৰিব খোজে) - এতিয়া একো প্ৰশ্ন নকৰিবা। মাহী আহো। হাতত সময় কম। শেখৰ আহ। কুইক—

শেখৰ : তথাপি নীলিম।

নীলিম : কোনো প্ৰশ্ন নকৰিবি। আহ। (প্ৰস্থান)

শেখৰ : (সুনন্দা আৰু ঝৰ্ণালৈ করুণভাবে চাই) - আহিছো— (প্ৰস্থান)

(সিহঁত দুটাৰ যেৱালৈ চাই চাই শোকত ভাগি পৰি সুনন্দা ধীৰে ধীৰে ডিভানত বহি পৰিব। ঝৰ্ণাই হঠাৎ মাকক লক্ষ্য কৰি)

ঝৰ্ণা : কি হ'ল মা? তুমি এনেকুৱা কিয় কৰিছা? (বাউসীত ধৰি জোকাৰি দি) মা !

সুনন্দা : মোৰ এই বুকুখন, এই বুকুখন সকলোৱে কিয় উদং কৰি গুচি যায়- ঝৰ্ণা!

ঝৰ্ণা : নীলিমহঁততো গুচি যোৱা নাই। আগতেওতো সিহঁত এনেকৈ আহে,থাকে আকৌ যায়গৈ। চাবা মা সিহঁত আকৌ ঘুৰি আহিব !

সুনন্দা : নাহিবওতো পাৰে মাজনী। যোৱাৰ পিচত আকৌ আহিল জানো তোৰ দেউতাৰা ঘুৰি? পাঁচ বছৰ হ'ল নিৰুদ্ধেশ হৈ যোৱা মানুহটো। ক'তা ঘুৰিতো নাহিল! ৰক্তিমেও মোৰ বুকুখন শূন্য কৰি গুচি গ'ল দুবছৰৰ আগতে। তেতিয়াৰ পৰাই যেন মই বাট-পথ হেৰুৱাইছো ঝৰ্ণা!

ঝৰ্ণা : সেয়া মই জানো নহয়। তুমি আকৌ এতিয়া ফেকুৰি উঠিবা। চোৱা দেউতা বা দাদা আজি নাই যদিও অৱশেষত তোমাৰ কাষততো মই আছো।

সুনন্দা : (হঠাৎ ম্লান হাঁহিৰে) ধেৎ আকঁৰীজনী। কোনে ক'লে নাই বুলি ?

ঝৰ্ণা : তেন্তে ?

সুনন্দা : তথাপি আজিকালিচোন খুব সঘনে এটা ভয়ে মোক অহৰহ খেদি ফুৰে যেন !

ঝৰ্ণা : কিহৰ ভয় ?

সুনন্দা : আকৌ হেৰাই যোৱাৰ ?

সুনন্দা : এই জানোচা তুমি হেৰাই যোৱা। তোমালোকৰ নাটক- কবিতা ভালপোৱা, গীতাৰ বেহেলা বজোৱা ল'ৰা-ছোৱালীবোৰ হেৰাই যায়।– এদিন বাৰু হঠাৎ নীলিম- শেখৰহঁতো হেৰাই যাব নেকি ঝৰ্ণা ?

ঝৰ্ণা : (হঠাৎ হাঁহি) নাই নাই মা, এই হেৰাই যোৱাৰ ধাৰণাবোৰ হয়তো এতিয়া একধৰণৰ ঘূৰি অহাৰ ধাৰণলৈহে ৰূপান্তৰিত হৈছে। মই ভাবো, প্ৰতিটো মৃত্যুয়েই এতিয়া হয়তো এটা জন্মৰ সুচনা। আৰু হয়তো প্ৰতিটো জন্মই এতিয়া এটা মৃত্যুৰহে প্ৰতীক !

সুনন্দা : হ'ব পাৰে। মই এইবোৰ বুজি নাপাওঁ। আচ্ছা ঝৰ্ণা ?

ঝৰ্ণা : কোৱা

সুনন্দা : নীলিমহঁতে বাৰু আকৌ ঘূৰি আহিব পৰাকৈ তোমাৰ হাতত কিবা বস্তু ৰাখি থৈ গৈছে নেকি ?

ঝৰ্ণা : (হঠাৎ চক্ খাই) মানে ?

সুনন্দা : এই ধৰা সিহঁতৰ কিবা গোপন নথি-পত্ৰ, পুস্তিকা আৰু কিবা-কিবি !

ঝৰ্ণা : তুমি কেনেকৈ অনুমান কৰিলা ?

সুনন্দা : অনুমান কৰাত আপত্তি কি ?

ঝৰ্ণা : তুমি আৰু কি অনুমান কৰা ?

সুনন্দা : (হাঁহি) বহুত কিবা-কিবি !

ঝৰ্ণা : (হঠাৎ উঠি গৈ খিৰিকীৰ কাষত ৰৈ) -মা ! এটা কথা কওঁ তোমাক--

সুনন্দা : কোৱা

ঝৰ্ণা : কেৱল গোপন নথি-পত্ৰ বা পুস্তিকাই নহয়, প্ৰয়োজন সাপেক্ষে মোৰ হাতত নীলিমে-মোৰ হাতত- (সুনন্দাই মূৰ তুলি চাব )

ঝৰ্ণা : মাজে মাজে সিহঁতৰ দুই-এপদ নিষিদ্ধ অস্ত্ৰও বিশ্বাসত ৰাখি থৈ যায় ।

সুনন্দা : (নিৰ্বিকাৰভাৱে)-জানো !

ঝৰ্ণা : হঠাৎ উত্তেজিতভাৱে দৌৰি আহি মাকক সাবটি ধৰি) জানা ? তুমি জানা ? কেনেকৈ ?

সুনন্দা : এয়া এক অভ্যাস। বহু পুৰণা অভ্যাসৰ ফল অ'মাজনী ।

ঝৰ্ণা : মই বুজা নাই ।

সুনন্দা : একেবাৰে সহজ। চোৱা, এদিন তোমাৰ দেউতাৰাই বা তেওঁৰ সতীৰ্থসকলেও মোৰ হাতত এনে বস্তু ৰাখিছিল বিশ্বাসত। আজি

নীলিমহঁতেও ৰাখিছে তোমাৰ হাতত। কোনে জানে মোৰ ৰক্তিমেও বা এদিন কাৰ হাতত ৰাখিছিল এনে সামগ্ৰীবোৰ -

ঝৰ্ণা : হ'লেও মা, মই ভাবো ৰক্তিম বা নীলিম, শেখৰহঁতৰ আদৰ্শ আৰু পথৰ লক্ষ্য দেউতাহঁতৰ পাৰ্টিৰ আদৰ্শ আৰু পথৰ লক্ষ্যতকৈ বহুত পৃথক।

সুনন্দা : নহয় নহয় মাজনী, আচলতে এই কথাবোৰ মই ভাবো এটা পাহাৰীয়া জলপ্ৰপাতৰ দৰেই। মাথোঁ ক্ষেত্ৰভেদে, পৰিবেশভেদে সেই জলপ্ৰপাতবোৰৰ তাৰ লক্ষ্যৰ ফালেবৈ অহাৰ গতি আৰু ভংগিমাৰ ছন্দবোৰহে বেলেগ হয়। তুমি ভালকৈ কাষত থিয় হ'লেই দেখিবা সেইজলপ্ৰপাতবোৰৰ পানীৰ ৰং আৰু ঢৌবোৰ কিন্তু একেই ।

ঝৰ্ণা : বাৰু মা, তুমি অস্ত্ৰ স্পৰ্শ কৰি পাইছানে ?

সুনন্দা : কিয় নাপাম! কৃষক-শ্ৰমিকৰ বিদ্ৰোহ, সশস্ত্ৰ সংগ্ৰাম, কমিউনিষ্ট বিপ্লৱ, অস্ত্ৰ মই সকলো স্পৰ্শ কৰি পাইছো। কিন্তু সেই স্পৰ্শবোৰত মোৰ যেন কোনো অনুভূতি নছিল। কোনো উত্তাপ নাছিল। মই এজনী সাধাৰণ গৃহিণী মাজনী ।

ঝৰ্ণা : কি সাংঘাতিক কথা কৈছা মা। চোৱা চোৱা, তোমাক স্পৰ্শ কৰি মই যিমান উত্তাপিত হওঁ, শিহৰিত হওঁ , নীলিমহঁতৰ সেইবোৰ পঢ়ি, সেইবোৰ স্পৰ্শ কৰি মই যেন নিৰ্জীব হৈ যাওঁ। অথচ তুমি জানা মই নীলিমক ভীষণ ক্লান্ত হৈয়ো, অৱশ হৈয়ো সিহঁতৰ সেইবোৰ মাজে মাজে পঢ়ো, স্পৰ্শ কৰো, তথাপিও যেন -- (হঠাৎ টেলিফোনটো বাজি উঠিব)

ঝৰ্ণা : (টেলিফোন উঠাই )-হেল্ল'-অ' মই ঝৰ্ণা। হা ! আকৌ আকৌ আৰম্ভ হৈছে ? ইচ্ ৰাম। এইটোতো এটা সাংঘাতিক কথা হ'ব। নাই নাই তেনেকৈ কিয় ভাবিছা। ঠিক আছে - হ'ব, অ'-কে, থৈছো, গুড্ নাইট।

(ডাইনিং কোঠাটোত গৈ চিন্তান্বিত ঝৰ্ণাই জাৰৰ পৰা পানী ঢালি খাব। ক্লান্তভাবে তাতে চকী এখনত বহি পৰিব )

সুনন্দা : (উৎকণ্ঠিত হৈ) নীলিম নেকি ঝৰ্ণা ?

ঝৰ্ণা : নাঃ ,নহয় ।

সুনন্দা : তুমি কি চিন্তা কৰিছা ?

ঝৰ্ণা : এটা সাংঘাতিক সমষ্যাই গা কৰি উঠিছে মা !

সুন্দা : সমস্যা ?

ঝৰ্ণা : আমাৰ শতাব্দীৰ মজিয়াত সেই নতুন নাটকখনক কেন্দ্ৰ কৰি নাট্যকাৰ চাকিলদা আৰু পৰিচালক পাৰ্থদাৰ মাজত বিৰোধ তুংগলৈ উঠিছে। তাতে দুয়োপক্ষৰ চাপৰ্টত ক্লাবটোৰ মেম্বাৰ, আমাৰ এক্টিং ষ্টাফতো বিভাজন ঘটিছে। আজি ৰিহাৰ্ছেল নহয় ।

সুনন্দা : আচৰিত! এতিয়া তোমালৈ কোনে ফোন কৰিছিল ?

ঝৰ্ণা : পাৰ্থদাই। ড্ৰিংক কৰি একেবাৰে ক'ব নোৱাৰা হৈ আছে । কৈছে, শতাব্দী ভাগি গলে তেওঁ হেনো চুইচাইড্ কৰিব । অথচ চাকিলদাৰ স'তে কম্প্ৰ'মাইজো নকৰে ।

সুনন্দা : তোমালোকৰ বিৰোধটো কত ?

ঝৰ্ণা : নাট্যকাৰৰ লাইন অব্ থিংকিঙত

সুনন্দা : হয় নেকি? লাইন অব্ থিংকিঙ। এৰা! ৰাইট। বাৰু ঝৰ্ণা, ৰাতি বহুত হ'ল। মই বিছনালৈকে যাওঁ। কাইলৈ পুৱাই দুটাকৈ ক্লাছ আছে। তুমি নুশুবা জানো ?

ঝৰ্ণা : অলপ পাছত শুম। সচাঁই ক্লাবটোৰএই ঘটনাবোৰৰ এইকেইদিন মোৰ মূৰটো একেবাৰে গৰম কৰি দিছে ।

সুনন্দা : এইবোৰ হয়েই। চিন্তা নকৰিবা। (হঠাৎ ) অ' হেৰি নহয়, নীলিমহঁত বাৰু আকৌ কেতিয়া মানে ঘূৰি আহিব পাৰে ?:

ঝৰ্ণা : (বিৰক্তিৰে) মা, বেয়া নাপাবা- আজি কিছুদিনৰ পৰা মই এটা কথা লক্ষ্য কৰিছো, তুমি যেন নীলিম, শেখৰ বা সুমনহঁত এই ঘৰটোলৈ প্ৰতিদিনেই অহাতো কামনা কৰা ।

সুনন্দা : নহয় নহয় মাজনী, তুমি ভুল বুজিছা । এই যে মাজে মাজে নীলিম, শেখৰ, সুমন বা ৰুদ্ৰহঁতে কেতিয়াবা মাজনিশা, কেতিয়াবা শেষনিশা আহি দুৱাৰত সন্তৰ্পণে টুকুৰিয়ায় মোৰ যে ভীষণ ভাল লাগে। এনেকৈ ৰাতি ৰাতি এদিন তোমাৰ দেউতাৰাইয়ো দুৱাৰত টুকুৰিয়াইছিল। মোৰ ৰক্তিমেও টুকুৰিয়াইছিল। খুব ভাল লাগে মোৰ। এনে লাগে এই যেন দুৱাৰ খুলিম দেউতাৰাক দেখিম। এই যেন দুৱাৰ খুলিম মোৰ ৰক্তিমক দেখিম। বুকুৰ মাজত সাবটি ল'ম, প্ৰাণভৰি চুমা খাম। ঝৰ্ণা, সচাই কোৱা চোন-- নীলিমহঁত বাৰু আকৌ ঘূৰি আহিবনে? দুৱাৰত টুকুৰিয়াবহিনে ?

ঝৰ্ণা ঃ (অধিক বিৰক্তিৰে) আঃ কিয় সুধি আছা এই কথাবোৰ বাৰে বাৰে? শুনা মা- আচৰিত নহ্বা, আজিকালি এইখন ঘৰলৈ নীলিম অহাৰ খবৰ পালেই মই ভীষণ বিৰক্ত হৈ পৰো, জঠৰ হৈ যাওঁ, শীতল হৈ যাওঁ মা!

সুনন্দা ঃ (হতবাক হৈ) ঝৰ্ণা! এয়া তুমি কি কৈছা মাজনী?

ঝৰ্ণা ঃ নাজানো। মাথোঁ জানো নীলিম আহিলেই, সি আহি মোৰ কাষত থিয় হ'লেই মইহে যেন নিমিষতে হেৰুৱাই পেলাওঁ বুকুৰ মাজৰ সমস্ত উৎসাহ, মোৰ ৰূপ-বৰ্ণ-গন্ধ সকলো। সঁচা- (উচুপি) একেবাৰে সঁচা মা!

সুনন্দা ঃ (ঝৰ্ণাক সাৱটি ধৰি) হ'ব পাৰে হ'ব পাৰে সোণজনী। ঝৰ্ণা, শোওঁগৈ ব'লা--ঝৰ্ণা। তুমি যোৱা। মই ইয়াতে থাকিম কিছুসময়।

সনন্দা ঃ ঠিক আছে। মই আহিছো। (প্ৰস্থান) (খন্তেক ৰৈ ঝৰ্ণাই ডাইনিং কোঠালৈ পুনৰ গৈ এগিলাচ পানী খাব। ভাগৰত চকী এখনত বহি টেবিলতে মূৰটো গুজি দিব। এটা নীলাভ পোহৰে ঢাকি ধৰিব ঝৰ্ণাক। খন্তেক পিচতে দুৱাৰত আকস্মিক টোকৰ। উচপ খাই সাৰ পাব ঝৰ্ণাই। বাহিৰৰ দুৱাৰখনৰ ফালে মূৰ তুলি উৎকণ্ঠিত কণ্ঠৰে সুধিব-)

ঝৰ্ণা ঃ কোন? (হঠাৎ কিবা এটা ভাবি) এক মিনিট। (কৈয়ে চকীৰ পৰা উঠিব খোজোতেই বাজি উঠিব টেলিফোন। ঝৰ্ণাৰ চকু-মুখত দ্বিধা। দুৱাৰত ৰৈ ৰৈ টোকৰ আৰু টেলিফোন ৰিং বাজি থাকিব। ঝৰ্ণাই ক্ৰমে ক্ৰমে নিৰ্বিকাৰ হৈ একান্ত ক্লান্তভাৱে চকীখনত বহি পুনৰ টেবুলত মূৰ গুজি দিব।)❑

## চতুৰ্থ মুহূৰ্ত

(সময় দিন। চেণ্টাৰ ডিভানত আড্ডাৰ মেজাজেৰে ৰিণী আৰু ঝৰ্ণাই হাঁহি-মাতি থাকিব। ঝৰ্ণাই চুৰেটাৰ গুঁঠি থাকিব, ৰিণীয়ে তাচ এজাপ Deal কৰিব। টেলিফোনত চাকিলক কথা পাতি থকা দেখা যাব।)

চাকিল : নহয়, নহয়। চোৱা পাৰ্থ, মই আকৌ কৈছো নাটকখনৰ পৰিচালক হিচাপে তুমি ইমান কঠোৰ স্থিতি নল'বা। ইতিমধ্যে মই ক্লাবৰ President, Secretary ৰ স'তেও কথা-বতৰা হৈছো। তেওলোকেও মোক বিশেষ Forceৰ কৰা নাই। কিন্তু তুমি কেৱল তোমাৰ আদৰ্শকে চুড়ান্ত হিচাপে গণ্য কৰি ক্লাৱটোৰ এচাম আৰ্টিষ্টৰ মাজত বিভাজন ঘটাই মোৰ বিৰুদ্ধে বা মোৰএই নাটকখনৰ বিৰুদ্ধে ইমান অপপ্ৰচাৰত লিপ্ত হৈছা কিয় ?

ঝৰ্ণা : এক মিনিট, চাকিলদা ফোনটো মোক দিয়ক ।

চাকিল : হা। এক মিনিট, পাৰ্থ, ঝৰ্ণাই কথা পাতে। মই আকৌ পাতিম ।

ঝৰ্ণা : পাৰ্থদা, চাওক, কালি মই গোটেই ৰাতি যন্ত্ৰণাত শুব পৰা নাই। আজি পুৱাই ফোন কৰি মই চাকিলদা আৰু ৰিণীবাক মতাই আনিছো। নহয় নহয় প্ৰত্যেকৰে জীৱনৰ Concept বেলেগ হ'ব পাৰে, কিন্তু আমিতো এটা তৃতীয় বিকল্পৰো সন্ধান কৰিব পাৰো। কি ? আস্। আপুনি নুবুজে কিয় পাৰ্থদা। এটা কাম কৰক, আপুনি ৰবীনদা আৰু অসীমদাক Immediat লগত লৈ আমাৰ ঘৰলৈ গুচি আহকনা। Please কি ক্লাৱত ? সন্ধিয়ালৈ ? নাই নাই পাৰ্থদা। এই কথাবোৰ ক্লাৱত ইমান মুকলিকৈ পতাৰ পৰিবেশ আমি নাপাম। তাতকৈ আহকনা ইয়ালৈকে। মাও নাই। class ত Busy আছে। আহকনা, আমি Intimately এই Problem টো ইয়াত Discuss কৰো। কি ? পাৰ্থদা। (উচ্চ স্বৰত)

চাকিল : (থাপ মাৰি ফোন লৈ) চাওঁ ঝৰ্ণা মোক দিয়া। পাৰ্থ শুনা। কি ? কোৱা...... (মাইমত শুনি থাকিব )

ঝৰ্ণা : কিযে Hopeless কাৰবাৰ হৈছে এইবোৰ। (ৰিণীক ক'ব) এনেকৈ হ'লে দেখোন আমাৰ শতাব্দী ভাগি যাব ৰিণীবা ।

ৰিণী : মূঠতে জানিবা ঝৰ্ণা, মই একো আদৰ্শ বুজি নাপাওঁ। মই পাৰ্থক ভাল

পাওঁ ঠিক, শতাব্দীক ভাল পাওঁ, সিয়ো সত্য। মই কাকো এৰি জীয়াই থাকিব নোৱাৰিম ঝৰ্ণা। প্লীজ্, তোমালোকে এই বিষয়টো Immediately solve কৰা।

চাকিল : হয় নেকি? তাৰ মানে এয়ে তোমাৰ শেষ Decision? চাকিল জামালো এই দিশত এক ষ্টেপ ও পিছুৱাই নাযায়। নাটক মোৰ হ'ব Without compromise। ইয়েছ, ইয়েছ। ইট্‌ছ মাই চেলেঞ্জ। (খণ্ডত ফোনটো থৈ দিব)

ঝৰ্ণা : কি ক'লে? পাৰ্থদাই লাষ্ট Decision কি দিলে?

চাকিল : Compromise নকৰে। ডিৰেক্টৰশ্বিপৰ পৰা হেনো ৰিজাইন দিব।

ৰিণী : এই বিষয়ে নাট্যকাৰ হিচাপে তুমি কি ভাবিছা? নাটকখনৰ লাইন অৱ থিংকিঙত- য'ত য'ত পাৰ্থহঁতৰ আপত্তি আছে তাক তুমি কি এতিয়াও সলনি কৰাৰ কথা ভাবিব নোৱাৰা?

চাকিল : নেভাৰ। মই মোৰ নাটকৰ বক্তব্যক কেতিয়াও পনীয়া নকৰো। মোৰ আদৰ্শৰ দৃষ্টিকোণেৰে মই যিধৰণে সমাজ আৰু জীৱনক দেখিছো তেনেকৈয়ে মই মোৰ সৃষ্টি প্ৰকাশ কৰি যাম।

ঝৰ্ণা : চাকিলদা, আপোনালোক প্ৰত্যেকেই ইমান Rigid হৈ পৰিছে কিয়? অন্ততঃ শতাব্দীৰ স্বাৰ্থত কিছু সহনশীল হোৱা ভাই।

চাকিল : আৰু এই সহনশীলতাৰ বিনিময়ত তোমালোকে বিচাৰা নেকি যে পাৰ্থ বা তোমালোকৰ চিন্তাৰে চালিত হৈ নাট্যকাৰ চাকিল জামালে এটা বিকৃত বক্তব্য দৰ্শকৰ আগত দাঙি ধৰিব?

ঝৰ্ণা : চাকিলদা, আপুনি এইটোও নাভাবিব যে আপোনাৰ নাটকখন আপুনি বিচৰাৰ দৰে আমি পৰিৱেশন কৰিলেও হেজাৰ দৰ্শকে তাক বিতৰ্কহীনভাৱে গ্ৰহণ কৰিব।

ৰিণী : ৰাইট, মই ঝৰ্ণাক এই কথাত ছাপৰ্ট কৰো।

চাকিল : তাৰ মানে তোমালোকে এইটো ক'ব বিচাৰিছা নেকি যে মই মোৰ নাটকখনত মোৰ কেন্দ্ৰীয় চৰিত্ৰ সমুদ্ৰৰ মাজেদি এই যে কৈছো- যে পৃথিৱীত এটা বৃহৎ পৰিৱৰ্তনৰ বাবে সন্ত্ৰাসৰো প্ৰয়োজন আছে, হত্যা-ৰক্তপাতৰো প্ৰয়োজন আছে, আৰু ঝৰ্ণা এই যে তোমাৰ দায়েই যে ৰিহাৰ্চেলত আপত্তি থাকে যে সমুদ্ৰৰ প্ৰেয়সী জোনাকক মই যে সংগঠনৰ

গোপন-ঘটিৰ পৰা হিংসাৰ পথত হতাশা প্ৰকাশ কৰি ঘূৰাই আনিলো আৰু তাইক যে মই বিপ্লৱৰ বৃহৎ স্বাৰ্থত আঘাত কৰি পলায়নবাদীৰ ভূমিকা লোৱাৰ বাবে সমুদ্ৰৰ দ্বাৰা হত্যাৰ আঁচনি কৰাইছো- য'ত সিহঁতৰ ব্যক্তিগত প্ৰেমতকৈয়ো আদৰ্শক আগস্থান দিয়াইছো, সেইবোৰৰ স'তে মই কি আপোচ কৰিব লাগিব, যিটো পাৰ্থহঁতে বিচাৰে- তুমি বিচাৰা, ৰিণীহঁতে বিচাৰে?

ৰিণী : নহয় চাকিল, দা তোমালোকৰ দৰে মই ইমান সুক্ষ্মভাৱে এই কথাবোৰ বিশ্লেষণ কৰিব নোৱাৰো, সেইটো সত্য কথা। তথাপিও শতাব্দীৰ যোৱা দহ বছৰেও নাটক ভাল পাই শ্ৰদ্ধাৰে অভিনয় কৰি যোৱা এই ৰিণীয়ে কওঁ- আজিৰ পৃথিৱীত প্ৰত্যেক মানুহে কিন্তু বিচাৰিছে সন্ত্ৰাসৰ বিপৰীতে শান্তি, হত্যাৰ বিপৰীতে জীৱন আৰু, আৰু কি জানা চাকিল, এই যে তুমি সমুদ্ৰৰ প্ৰেয়সী জোনাকক এটা সংগঠনত জড়িত কৰায়ো হত্যা আৰু সন্ত্ৰাসৰ প্ৰতি আস্থাহীন হোৱাৰ বাবেই তাইৰ প্ৰিয়তম সমুদ্ৰৰ দ্বাৰা যি হত্যাৰ আঁচনি কৰাইছা, সি সঁচায়ে কিন্তু নিৰ্মম। নাট্যকাৰ হিচাপে তোমাৰ এয়া নিৰ্মম ডিছিশ্বন চাকিল, তোমাৰ এয়া অমানৱিক সিদ্ধান্ত।

চাকিল : ৰিণী, কিন্তু তুমি সীমা চেৰাই মোৰ সৃষ্টিক অপমান কৰিছা। ঝৰ্ণা, এই বিষয়ত তেতিয়াহ'লে তুমিও একমত? সঁচাই চাকিল জামালৰ এই নাটকখনৰ বিষয়বস্তুক তোমালোকে ঘৃণা কৰিছা?

ঝৰ্ণা : চাকিলদা, কাৰো সৃষ্টিক ঘৃণা কৰা নাযায়। কিন্তু আপোনাৰ এই নাটকখনৰ বিষয়বস্তুক মই পাৰ্থদাহঁতৰ দৰেই সন্মান জনাব নোৱাৰিলো, গ্ৰহণ কৰিব নোৱাৰিলো। মোক ক্ষমা কৰক।

(টেলিফোন বাজিব। চাকিলে ফোন ৰিচিভ কৰিব)

চাকিল : হেল্ল', হোৱাট?

(ৰিণী আৰু ঝৰ্ণা close হ'ব)

# পঞ্চম মুহূৰ্ত

**একেই পৰিৱেশ/সময় ঃ ৰাতিপুৱা**

ঝৰ্ণা ঃ এৰা, ঠিকেই কৈছা। আজি প্ৰায় দুমাহেই হ'ল তোমালোক এইখন ঘৰলৈ নহা।

নীলিম ঃ আচ্ছা ঝৰ্ণা, মাহীদেউ আজিকালি খুব পুৱাতেই কলেজলৈ ওলাই যায় নেকি?

ঝৰ্ণা ঃ কলেজলৈ ঠিক নহয়। মাৰ একান্ত প্ৰিয় ছাত্ৰ-ছাত্ৰী কেইজনমান আছে। প্ৰাইভেট ক্লাছ দিয়ে। তাৰ পৰা বাহিৰ বাহিৰে কলেজলৈ যায়। – কি হ'ল তুমি দেখোন একোকে নাখালা?

নীলিম ঃ (হাঁহি) হ'ব এয়াতো বহুত খাইছো। কেতিয়াবা আমি এগিলাচ পানী খায়ো কটাই দিওঁ।

ঝৰ্ণা ঃ কালি ৰাতি আহিও একো নাখালা তুমি। দিনে দিনে তোমাৰ চেহেৰা ভীষণ সলনি হৈছে। তোমালোকৰ খুব কষ্ট হৈছে নীলিম?

নীলিম ঃ আমি য'ত কাম কৰিছো, সেয়া কি মোগল সম্ৰাটৰ কোনো ৰঙীণ হেৰেম বা গোলাপৰ বাগিছা বুলি ভাবিছা?

ঝৰ্ণা ঃ মোৰ চিন্তাধাৰা নিশ্চয় ইমান পুতৌ লগা ধৰণৰ নহয়।

নীলিম ঃ আচ্ছা ঝৰ্ণা, এটা কথা সোধো?

ঝৰ্ণা ঃ সোধা।

নীলিম ঃ আজিকালি মাজে মাজে মই যেতিয়াই আঁহো, তোমাক চূড়ান্ত হতাশাত ভূগি থকা যেন লাগে কিয়?

ঝৰ্ণা ঃ ক'তা? নাইতো।

নীলিম ঃ আমি এনেকৈ আহি থকাত তোমালোক কি অতিষ্ঠ হৈছা?

ঝৰ্ণা ঃ এই কথা তোমালোকে ধাৰণা কৰা নেকি?

নীলিম ঃ এই ধাৰণা আগতে অৱশ্যে নাছিল। এতিয়া যেন হৈছে।

ঝৰ্ণা ঃ নীলিম, কথা এটা সোধো।

নীলিম ঃ সোধা-

ঝৰ্ণা ঃ সঁচা কথা ক'বা ?

নীলিম ঃ সোধাচোন বাৰু-

ঝৰ্ণা ঃ তোমালোকে যি সপোন লৈ আগবাঢ়িছা, তাৰ লক্ষ্য বা উদ্দেশ্যত কিমানদূৰ সফল হ'ব পাৰিছা ?

নীলিম ঃ সেই সপোনৰ তুমিও কি অংশীদাৰ নোহোৱা ?

ঝৰ্ণা ঃ আস্, সেইটো পিছৰ কথা। আগতে কোৱাচোন-

নীলিম ঃ তোমাৰ সন্দেহ হৈছে? আক্ৰমণ কৰিব খুজিছা।

ঝৰ্ণা ঃ এশভাগ নহয়।

নীলিম ঃ তেন্তে তুমি ইমান সন্দেহেৰে, পলায়নবাদীৰ দৰে প্ৰশ্ন কৰিছা কিয় ?

ঝৰ্ণা ঃ নীলিম, আই ৰিকুৱেষ্ট ইউ. এট্‌লিষ্ট তুমি মোক এনে সস্তীয়া ধাৰণাৰে এষ্টিমেট নকৰিবা। তুমি নিশ্চয় জানা, এইখন ঘৰত সমাজ সম্পৰ্কে, মানুহৰ জীৱনশৈলী সম্পৰ্কে, সমসাময়িক ৰাজনীতিৰ উত্থান-পতন সম্পৰ্কে এটা ধাৰণাৰ পৰম্পৰা আছে। পাঁচবছৰৰ আগতে এইখন ঘৰৰ পৰা হঠাৎ নিৰুদ্দেশ হৈ যোৱা মোৰ দেউতা ৰুদ্ৰজিৎ বৰুৱা দেশৰ এটা আগশাৰীৰ বাওঁপন্থী পাৰ্টিৰ জীৱনজোৰা উৎসৰ্গিত কৰ্মী আছিল। পঢ়া-শুনাত ভীষণভাৱে ব্ৰিলিয়েণ্ট মোৰ একমাত্ৰ দাদা ৰক্তিম বিশ্ববিদ্যালয়ত পঢ়ি থাকোতেই তোমালোকৰ দৰে কিবা এটা বিশেষ সংগঠনত যোগদান কৰি নিৰুদ্দেশ হৈ গৈছে। কোনোৱে কয় তাৰ মৃত্যু হৈছে- কেতিয়াবা শুনো সি বাচি আছে। মই কিন্তু আশা নকৰো......। মাৰ কিন্তু এতিয়াও আশা, এতিয়াও অপেক্ষা। আজিও প্ৰত্যেক ৰাতি সেই দুৱাৰখনত এটা টোকৰ শুনিবলৈ মা উৎকৰ্ণ হৈ থাকে। যেন দেউতা ঘূৰি আহিব। ৰক্তিমদা ঘূৰি আহিব। হাউ ফানি—

নীলিম ঃ চ'ৰি ঝৰ্ণা। মই ক্ষমা বিচাৰিছো। ঝৰ্ণা, আচলতে আজি কিছুদিন ধৰি ময়ো এক ভীষণ খেলি-মেলি, এক ভীষণ অন্তঃদ্বন্দ্বত ভুগিছো। যেন এটা দোমোজা।

ঝৰ্ণা ঃ কিহৰ বাবে ?

নীলিম ঃ ঠিক ক'ব নোৱাৰো।

ঝৰ্ণা ঃ মোক বিশ্বাস নকৰা ?

নীলিম ঃ প্ৰশ্নটো অৱান্তৰ। বাৰু ঝৰ্ণা, ৰক্তিমৰ কথা আমি বাৰু কিছু কিছু জানো। কিন্তু এটা বাওঁপন্থী আদৰ্শত ইমান অটল-বিশ্বাস থকা তোমাৰ দেউতা হঠাৎ কিয় নিৰুদ্দেশ হৈ গ'ল ?

ঝৰ্ণা ঃ শুনাত, চুড়ান্তভাৱে নিষ্ঠাবান দেউতাৰ স'তে হোৱা এয়া পাৰ্টিৰ অন্তৰ্দলীয় কন্দল। তোমাকতো কৈছিলো এদিন, তাহানিৰে কলিকতা ইউনিভাৰ্চিটিৰ ইংৰাজী-বিভাগৰ দেউতা আছিল প্ৰথম শ্ৰেণীৰ মাষ্টাৰ ডিগ্ৰী-হ'ল্ডাৰ। অথচ সমগ্ৰ জীৱনটো উচৰ্গা কৰিছিল পাৰ্টিৰ কাৰণে। নিজৰ কোনো ইন্‌কাম নাছিল। মাৰ চাকৰিৰ ধনেৰে চলিছিল আমাৰ সংসাৰ। তুমি হয়তো নাজানা, দেউতা আক' এজন চলচিচত্ৰ অনুৰাগীও আছিল। প্ৰায়ে সপোন দেখিছিল এখন সুস্থ জীৱনবোধ সমৃদ্ধ চলচ্চিত্ৰ নিৰ্মাণৰ। কিন্তু এই সকলোবোৰ আকাংক্ষা, সকলোবোৰ সপোনতে বেয়াক�ৈ কুঠাৰাঘাত খালে দেউতাই। বোধকৰো সেইবাবেই নেকি জীৱনজুৰি প্ৰচণ্ডভাৱে ভাল পোৱা মাৰ কোনো বাধা, কোনো বুজনি নামানি সীমাহীন হাৰত ড্ৰিংকচ কৰিছিল দেউতাই। আৰু এদিন কোনো আগজাননী নিদিয়াকৈ হৈ গ'ল নিৰুদ্দেশ। (হঠাৎ হুক্‌হুকাই কান্দি উঠিব ঝৰ্ণাই)

নীলিম ঃ (অপ্ৰস্তুত) এক মিনিট। এক মিনিট। বাদ দিয়া এইবোৰ বাদ দিয়া। আচ্ছা ঝৰ্ণা, এক কাম কৰা, মানে কি তুমিতো বহুত দিন মোক গান গাই শুনোৱা নাই। নাটকৰ এটা প্ৰিয় সংলাপ শুনোৱা নাই । শুনোৱানা।

ঝৰ্ণা ঃ হোৱাট ননচেন্স্! কি আচৰিত প্ৰস্তাৱ।

নীলিম ঃ নহয় ঝৰ্ণা, মই ভাবো জীৱনৰ প্ৰতিটো অসহনীয় মুহুৰ্ত্ততে চাগে মানুহে মানুহৰ প্ৰতি এটা আচৰিত প্ৰস্তাৱ দিয়াৰ প্ৰৱণতা জাগে।

ঝৰ্ণা ঃ বুজিছো। তাৰ মানে তোমাৰ মনতো ক'ৰবাত এক পলায়নবাদিতাৰ বীজ অংকুৰিত হৈছে।

নীলিম ঃ (হঠাৎ কঠোৰ হৈ) ষ্টপ। ষ্টপ ইট। ঝৰ্ণা। এজন প্ৰকৃত যোদ্ধাক এজন ৰণক্লান্ত সৈনিকে সমভ্ৰমতা বজাই কথা কোৱাতো উচিত।

ঝৰ্ণা ঃ এয়া তোমাৰ কোনো দৃঢ় উচ্চাৰণ নহ'ল নীলিম।

নীলিম ঃ হ'ব পাৰে । হয়তো হ'ব পাৰে।

ঝৰ্ণা ঃ (জঁপিয়াই গৈ নীলিমক সাৱটি ধৰি) সঁচাই তোমাৰ কি হৈছে নীলিম ? কোৱানা।

নীলিম ঃ শুনিবা ?

ঝৰ্ণা ঃ নিশ্চয়।

নীলিম ঃ ঝৰ্ণা! সঁচা অৰ্থত মই লাহে লাহে প্ৰতাৰিত হৈছো।

ঝৰ্ণা ঃ মোৰ কাষত ?

নীলিম ঃ নহয়

ঝৰ্ণা ঃ তেন্তে ?

নীলিম ঃ আমাৰ সংগঠন মানে পাৰ্টিৰ উচ্চ স্তৰত! (ঝৰ্ণা উচপ খাই উঠিব।)❑

## ষষ্ঠ মুহূৰ্ত

### একেই পৰিবেশ/সময় সন্ধ্যা

(মঞ্চৰ ডাউন ৰাইটত থকা ষ্টাডি টেবিলৰ কাষত বহি সুনন্দাই লেখা-পঢ়া কৰি থাকিব। হঠাৎ ড'ৰ বেল বাজি উঠিব।)

সুনন্দা : এক মিনিট। (উঠি গৈ দুৱাৰ খুলি দিব। সোমাই অহিব ঝৰ্ণা।)

সুনন্দা : ইমান সোনকালে আহিলা যে? ক্লাবৰ ৰিহাৰ্চেল নহ'ল?

ঝৰ্ণা : (যান্ত্ৰিকিভাৱে) — নহ'ল।

সুনন্দা : কি হ'ল, শতাব্দীৰ ভিতৰুৱা খেলি-মেলিবোৰৰ আজি কোনো সমাধান নহ'ল নেকি?

ঝৰ্ণা : (খং আৰু শ্লো যেৰে) সমাধান! ক্লাবটোৰ গোটেই প্ৰগ্ৰেম এতিয়া পইণ্ট অব্ ন' ৰিটাৰ্ণ হৈ পৰিছে। যিমান দৃঢ় আদৰ্শৰ ভেটিতেই এটা প্ৰতিষ্ঠান গঢ় নলওক কিয়, অৱশেষত সকলো লেতেৰা ৰাজনীতিৰ দুৰ্গন্ধ। (ফুচফুচাই) ৰাবিছ!

সুনন্দা : এনে পৰিস্থিতিত এতিয়া পিচে তুমি কি সিদ্ধান্ত ল'ম বুলি ভাবিছা?

ঝৰ্ণা : নিৰপেক্ষতা।

সুনন্দা : এইটো সহাসৰ লক্ষণ নহয় মাজনী।

ঝৰ্ণা : নহয়। আজি মই এটা সিদ্ধান্ত ল'লো।

সুনন্দা : কি?

ঝৰ্ণা : চাকিলদাৰ এই বিতৰ্কিত নাটকখনত মই মোৰ চৰিত্ৰটো সিদ্ধান্ত বাতিল কৰিলো। ( সুনন্দা চ্ক খাই উঠিব) আৰু সিদ্ধান্ত ল'লো মা—

সুনন্দা : কোৱাচোন!

ঝৰ্ণা : মোৰ তেজ-মঙহেৰে যোৱা পোন্ধৰ বছৰে ভাল পাই অহা শতাব্দীত আজি মই ৰিজাইন দিলোঁ।

সুনন্দা : আচৰিত।

ঝৰ্ণা : নেষ্টি। ভীষণ নেষ্টি মা। তুমি বিশ্বাস কৰিবানে, যোৱা ৰাতি ক্লাবৰ এচামে অন্ধ আৱেগত মত্ত হৈ চকীদাৰৰ পৰা চাবি কাঢ়ি, ক্লাবৰ আলমিৰা ভাঙি চাকিলদাৰ নাটকৰ তিনিটা কঁপি জ্বলাই দিলে। হয়তো তাৰেই প্ৰতিক্ৰিয়াত আমাৰ ইমান সন্মানীয় নাট-পৰিচালক পৰ্থদাক ক্লাবৰ দুজন জুনিঅ'ৰ আৰ্টিষ্টে বুকুত ধৰি অপমান কৰিলে। শিল্প-চৰ্চাৰ অনুষ্ঠান এটা কেতিয়াও

মাতালৰ ভাতীখানা হোৱা উচিত নহয় মা। পশুত্বৰ কুৰুক্ষেত্ৰ হোৱা উচিত নহয়।

সুনন্দা : (চকু-মুখত আতংক লৈ) এইবোৰ যে ভীষণ ভয়লগা কথা। (ড'ৰ বেল বাজি উঠিব)

ঝৰ্ণা : (সুনন্দাৰ কাষত ফুচফুচাই) মা যদি শতাব্দীৰ কোনোবা আহিছে — পাৰ্থদা বা চাকিলদা-ৰিণীহঁত মই নাই বুলি ক'বা — (কৈয়ে ডিভানত পৰি থকা ওৱালেট আৰু পাৰ্চটো লৈ দৌৰা-দৌৰিকৈ ভিতৰৰ কোঠালৈ প্ৰস্থান কৰিব। সুনন্দাই দুৱাৰ খুলি চক্ খাই উঠিব।)

সুনন্দা : শেখৰ! হঠাৎ এই সন্ধ্যা। ক'ৰপৰা? ইমানদিনৰ মূৰত। মই যে সদায় বাট চাই থাকো।

শেখৰ : (যান্ত্ৰিক উচ্চাৰণেৰে) মাহীদেউ, দুৱাৰখন জপাই দিয়ক। (সুনন্দাই দুৱাৰ জপাই কাষলৈ আহি।)

সুনন্দা : কি হৈছে তোমাৰ? খুব উৎকণ্ঠাত থকা যেন লাগিছে?

শেখৰ : নাই। ঠিকেই আছো।

সুনন্দা : ক্লাবৰ পৰা এইমাত্ৰ আহি পাইছে।

শেখৰ : মই তৎক্ষণাৎ ঝৰ্ণাক লগ পাব বিচাৰো। আৰু এটা কথা, বেয়া নাপাব, আপোনাৰ অনুপস্থিতিত অকলে। (হঠাৎ সুনন্দাই কিবা এটা ভাবি পুনৰ সহজ হৈ)

সুনন্দা : নিশ্চয় নিশ্চয়। মইনো আৰু তোমালোকৰ কথাত কি সোমাম। এক মিনিট, মই মাতি দিছো। তুমি বহা। (প্ৰস্থান)

শেখৰ : (হঠাৎ পকেটৰ পৰা সৰু টেলিফোন ডায়েৰী এখন উলিয়াই কিবা খৰধৰকৈ চাই টেলিফোনটোৰ কাষ চাপি ডায়েল কৰিব) — হেল্ল', অঁ মই শেখৰে কৈছো। অঁ নিৰাপদে। মই গৈ আছো শীঘ্ৰে। শুন, জাষ্ট এটা মেণ্টেল প্ৰেছাৰ দিয়াৰ ট্ৰাই কৰিম। আৰু এটা কথা এন, কে, ক ক'বি অহা ঠাইতে ৰৈ থাকিবলৈ। হ'ব থৈছো অ', কে। (ফোন থ'ব। কিছুসময় পায়চাৰি কৰিব। ঝৰ্ণাৰ পৰেশ)

ঝৰ্ণাৰ : আৰে শেখৰ, হঠাৎ? ( ঝৰ্ণাই টাৱেল এখনেৰে মেলা চুলিকোছা মচি থাকিব। যেন এইমাত্ৰ বাথৰুমৰ পৰা হাত-মুখ ধুই ওলাই আহিছে।)

শেখৰ : শুনা, ঝৰ্ণা, মোৰ হাতত সময় কম। কোৱাচোন দুই এদিনতে নীলিম ইয়ালৈ আহিছিল?

ঝৰ্ণা : (অপ্ৰস্তুত হৈ) কিয়? তোমালোকে নাজানা?

শেখৰ : পাৰ্টিৰ বেলেগ এটা দায়িত্বত মই এফালে গৈছিলো। সঠিক খবৰ সেয়ে নাই মোৰ হাতত।

ঝৰ্ণা : আহিছিল। কিন্তু দুই-এদিনতে নহয়। এই ধৰা এসপ্তাহমানৰ আগতে

শেষৰ : যাবৰ সময়ততো তোমাৰ হাতত আমাৰ কিছু প্ৰয়োজনীয় সামগ্ৰী নীলিমে ৰাখি থৈ গৈছে?

ঝৰ্ণা : মই বুজা নাই শেখৰ।

শেখৰ : এই ধৰা দুই-এক অস্ত্ৰ সামগ্ৰী আৰু কিছু জৰুৰী নথি পত্ৰ।

ঝৰ্ণা : মোৰ হাততো তেনে একো বস্তু দি থৈ যোৱা নাই।

শেখৰ : মিছাৰ আশ্ৰয় লৈছা ঝৰ্ণা। ইয়াৰ আগতেও নীলিমে তোমাৰ হাতত আমাৰ সংগঠনৰ বহু জৰুৰী সামগ্ৰী ৰাখি থৈ গৈছিল। তাৰে কেইবাটাৰো জীৱন্ত সাক্ষী মই নিজেই।

ঝৰ্ণা : অফ'কৰ্চ। কিন্তু এতিয়া সেইবোৰৰ তিলমাত্ৰও মোৰ জিম্মাত নাই। আৰু এইটো একেবাৰে সত্য কথা।

শেখৰ : চোৱা ঝৰ্ণা, আমাৰ সংগঠনৰ অন্ততঃ যিসকল সদস্য এই ঘৰখনলৈ আহিছে তেওঁলোক কোনো এই ঘৰখনত শত্ৰু নহয়। বিপৰীতে ক'ব পৰা আমি প্ৰত্যেকেই কৃতজ্ঞ এই ঘৰখনৰ কাষত। কিন্তু আমাৰ কৰ্মক্ষেত্ৰত বা লক্ষ্যপথত কোনোবাই হেঙাৰ দিবলৈ চেষ্টা কৰিলে, প্ৰতাৰণা কৰিলে আমি কিন্তু অতি আপোনাজনকে শত্ৰু গণ্য কৰিবলৈ বা চৰম শাস্তি দিবলৈ সংগঠনৰ স্বাৰ্থতেই বাধ্য হ'ম।

ঝৰ্ণা : (হঠাৎ আতি শান্ত কণ্ঠৰে) শেখৰ। মই তোমালোকৰ দৰে হাতত কেৱল অস্ত্ৰৰ ভৰসা লৈ এটা সশস্ত্ৰ পথত থিয় হ'বলৈ সক্ষম নহ'ব পাৰো। কিন্তু এই যে ক'লা প্ৰতাৰণা-শেখৰ, এনে নীচ কাম কৰাৰ আগতে মই হয়তো আত্মাহত্যা কৰিবলৈও প্ৰস্তুত থাকিম।

শেখৰ : চ'ৰি! নীলিম আকৌ কেতিয়া আহিব?

ঝৰ্ণা : (যথেষ্ট উষ্মাৰে) ক'ব নোৱাৰো।

শেখৰ : (তাচ্ছিল্যৰ হাঁহি) এব্‌চাৰ্ড। তোমাৰ খং উঠিছে। (খন্তেক নীৰৱতা) — ঝৰ্ণা

ঝৰ্ণা : কিবা ক'বা নেকি?

শেখৰ : বৰ্তমান নীমিল আমাৰ শত্ৰু

ঝৰ্ণা : (শ্লেষেৰে) হয় নেকি। মইতো নাজানো।

শেখৰ : সি আৰু তাৰ সমৰ্থনৰ এচামে ক্ৰমে আমাৰ সংগঠনৰ মাজত এক অক্ষমণীয় উপদলীয় কন্দল ঘটাই এটা জাতি আৰু সেই জাতিৰ এচাম নিপীড়িত মানুহৰ মুক্তি স্বপ্নক প্ৰতাৰণা কৰিছে।

ঝৰ্ণা : এই কথা আজি মই প্ৰথম শুনিলো তোমাৰ মুখত।

শেখৰ : ঝৰ্ণা! আমি যিকোনো মুহূৰ্ততে নীলিমক হত্যা কৰাৰ পৰিকল্পনা লৈছো।

ঝৰ্ণা : হয় নেকি? হ'ব পাৰে। এয়াইতো তোমালোকৰ স্বাভাৱিক পৰিণতি। এয়াতো কোনো নতুন খবৰ নহয়।

শেখৰ : ময়ো তোমাক কোনো নতুন খবৰ শুনাবলৈ ইয়ালৈ অহা নাই। শুনা, এদিন তুমি মোক কথাই কথাই ঠাট্টা কৰিছিলা নহয় মই খুবেই দোদুল্যমান বুলি। সেয়া এতিয়া মোৰ ক্ষেত্ৰত অতীত। অথচ সেই অতীত অতিক্ৰম কৰিব নোৱাৰিলে নীলিমে।

ঝৰ্ণা : এখন অপৈনত হাতেৰে পকেটৰ অস্ত্ৰত স্পৰ্শ কৰি থাকি এটা শিশু সুলভ মন লৈ স্পষ্ট কণ্ঠেৰে কথা কোৱাৰ অৰ্থ দোদুল্যমানতা আঁতৰি যোৱা নুবুজায় শেখৰ!

শেখৰ : তুমি কি অৰ্থত ক'লা কথাষাৰ?

ঝৰ্ণা : একেবাৰে সহজ। মানে মই ক'ব খুজিছো, তোমালোকে বুকুত যি আবেগ লৈ আজি নীলিম বা তেওঁৰ দুই এক সতীৰ্থক হত্যা কৰাৰ আঁচনি ৰচিছা, সেই একেখন আঁচনিকে হঠাৎ কাইলৈ তোমালোকৰ সংগঠনৰে অন্য কোনো নতুন প্ৰজন্মই তোমালোকৰ বিপৰীতেও ৰচিব পাৰে শেখৰ। গতিকে সাৱধান!

শেখৰ : (হঠাৎ কাষলৈ আহি) ঝৰ্ণা! এই মুহূৰ্তত এটা কথাও তুমি উচ্চাৰণ কৰাটো মই নিবিচাৰো।

ঝৰ্ণা : বচ্ বচ্ আৰু কোনো কথাই তুমি নক'বা। অৱশ্যে এটা কথা আজি মই স্পষ্ট বুজি পাইছো।

ঝৰ্ণা : কেনে কথা?

শেখৰ : নীলিমে নিষিদ্ধভাবে তোমাৰ জিম্মাত ৰখা আমাৰেই সংগঠনৰ অস্ত্ৰৰ স্পৰ্শত আজি যে তুমিও নিৰ্ভীক, সেইটো মোৰ জনা হৈ গৈছে।

ঝৰ্ণা : এই মুহূৰ্তত তুমি কি তাৰ প্ৰমাণ চাব খুজিছা নেকি?

শেখৰ : সেই প্ৰমাণ এতিয়াই নাচাওঁ। কিন্তু আমি যে শীঘ্ৰে ইয়াৰ প্ৰমাণ ল'ম সি নিশ্চয়। অ' কে. গুড বাই! (প্ৰস্থান)

ঝৰ্ণা ঃ শেখৰ, শেখৰ, এক মিনিট ৰ'বা শেখৰ — সুনন্দাৰ প্ৰৱেশ। হাতত খোৱাৰ সামগ্ৰী।)

সুনন্দা ঃ কি হ'ল? শেষৰ কেনি গ'ল মাজনী?

ঝৰ্ণা ঃ (হতাশ কণ্ঠেৰে) গ'লগৈ —

সুনন্দা ঃ কিয় গ'লগৈ?

ঝৰ্ণা ঃ (শোকাকুলভাৱে) ক'বতো নোৱাৰো। বোধকৰো তেওঁলোক এনেকৈয়ে এদিন কোনো কাৰণ নোহোৱাকৈ আহে আৰু এদিন যায়গৈ। (হঠাৎ চকু-মুখত পৰিবৰ্তন আনি) মা, এদিন এটা জোনাক ৰাতি তোমাৰ মনত আছেনে, আমাৰ সৌ পিচফালৰ বাইলেনটোৰেদি এই ঘৰটোৰ পৰাই নীলিম আৰু শেখৰ কাষৰ সৌ ৰে'ল ষ্টেচনটোলৈ গুচি গৈছিল। সেইদিনা যে মই তোমাক এই খিৰিকীখনৰ কাষত বৈ চিঞৰি চিঞৰি কৈছিলো— মা জোনাকৰ চকামকাত নীলিমহঁত ক্ৰমে ধূসৰ হৈ পৰিছে, মণিৰ নোৱাৰা হৈ পৰিছে— মনত পৰিছেনে মা?

(দূৰৈত এটা দীঘলীয়া ৰে'লৰ উকি)

সুনন্দা ঃ জানো, অলপ অলপ মনত পৰিছে নেকি?

ঝৰ্ণা ঃ (হঠাৎ সুনন্দাক সাৱটি ধৰি) মা, যি জোনাকত এদিন দূৰৈৰ পৰা শেখৰহঁতক, নীলিমহঁতক ধূসৰ হৈ পৰা, মণিৰ নোৱাৰা যেন লাগিছিল, অথচ কি আচৰিত সেই শেখৰক সেই শেখৰক আজি দেখোন মোৰ অতি কাষৰ পৰাই কিবা এছাট কুঁৱলিৰ দৰে ধূসৰ, কিবা মণিব নোৱাৰা যেন লাগি গ'লচোন মা। (হঠাৎ ফুচফুচাই) কি আচৰিত! ❑

(ট্ৰেইন এখন সশব্দে পাৰ হৈ যোৱাৰ শব্দ)

## সপ্তম মুহূৰ্ত

## একেই পৰিবেশ/সময়ঃৰাতি

(ডিভানত তলমূৰকৈ শুই থাকিব নীলিম। ঝৰ্ণাই কৰোবাৰ স'তে টেলিফোনত কথা পাতি থাকিব।)

ঝৰ্ণা : (হঠাৎ হাঁহি) কি? কোনে ক'লে মা ৰিফ্রেচার্চ ক'ৰ্চৰ বাবে গৈছে বুলি। নহয় নহয় জলি শুন, মা অচলতে যোৱাকালি গুৱাহাটিলৈ গৈছে। কলেজৰ? নহয় নহয় ক'ব পাৰ অলপ ব্যক্তিগত কামত। মানে এই ধৰ ডাঃ বৰগোহাঁইৰ ওচৰত এবাৰ থ'ৰ' চেকআপ কৰাই আহিব। নাঃ এইকেইদিন তোক সময় দিব নোৱাৰিম।– চিনেমা? ৰাবিছ! অসমৰ এই ফাল্টু কমার্চিয়েল মার্কা মিনিংলেচ ম'ভীবোৰ চায় নেকি? তয়ো আৰু জলি। এটা কাম কৰিবি, মা আহক— পৰহি মানে এপাক আহিবি। ঘৰতে থাকিম। হ'ব থৈছো, গুড নাইট। (ফোনটো থৈ আধা ফণিয়াই মেলা চুলিকোছাতে গুজি থোৱা ফণিখনেৰে পুনৰ চুলি ফণিয়াই ফণিয়াই ঝৰ্ণা নীলিমৰ কাষ চাপি আহিব।)

ঝৰ্ণা : টোপনি আহিছে তোমাৰ নীলিম?

নীলিম : ওঁহো। আচ্ছা ঝৰ্ণা সুনন্দা মাহী গুৱাহাটীৰ পৰা আহি এই ঘৰটোত যদি তোমাৰ সৈতে দেখে, একো অন্য অৰ্থত নলয়তো?

ঝৰ্ণা : (ওফন্দেৰে) আহি পোৱাৰ পৰা কেৱল একেটাকে প্ৰশ্ন। ইমান যদি সংস্কাৰেৰে আবৰি আছে, ইমানদিনৰ মূৰত এই চহৰলৈ আহি তুমি ইয়াত আশ্ৰয় নলৈ অন্যতো আশ্ৰয় ল'ব পাৰিলাহেঁতেন।

নীলিম : আশ্ৰয়? অন্যত?

ঝৰ্ণা : কিয়? তোমালোকৰতো আশ্ৰয়ৰ অভাৱ নাই। কোৱাইচোন তোমালোকে নিজে নিজে, তোমালোকৰ গণভিত্তি সাংঘাতিক সবল।

নীলিম : ঝৰ্ণা, সংগঠনত তুমি মোৰ শেহতীয়া অৱস্থাটোৰ কথা জানাই।

ঝৰ্ণা : জানো। অলপ আগতে তোমাক শেখৰৰ কথা কৈছোৱেই।

নীলিম : নন্‌চেঞ্চ। ইমান পিচতো তুমি মোক অন্যত আশ্ৰয় ল'বলৈ কোৱা। মৃত্যুৰ বাবে আৱশ্যে মোৰ কোনো ভয় নাই। হ'লেও— (হঠাৎ নীৰৱ)

ঝৰ্ণা : কিবা ক'বা?

নীলিম : মাত্ৰ এটা আক্ষেপ, এটা বেদনা ৰৈ যাব, বাচি থাকোতে স্বদেশ-স্বাজাতিৰ বাবে একো এটা সৃষ্টিশীল বাস্তৱ ৰচনা কৰি যাব নোৱাৰিলো! আচৰিত কি জানা শেখৰ, সুমন, অভিজিৎ ৰুদ্ৰহঁত আজিকালি মোৰ বিৰুদ্ধে সংগঠনৰ চোৰাংচোৱা, মোৰ ঘোৰতৰ শত্ৰু। ঝৰ্ণা, মই যিকোনো মুহূৰ্ততে

সিহঁতৰ হাতত শ্বুট হ'ব পাৰো।

ঝৰ্ণা : সিহঁতৰ বিৰুদ্ধে তোমাৰ কোনো প্ৰতিৰোধৰ আঁচনি নাই?

নীলিম : আছে। ঝৰ্ণা, তোমাক এটা আনন্দৰ খবৰ দিওঁ।

ঝৰ্ণা : কি নীলিম?

নীলিম : সংগঠনে মোক আৰু মোৰ একাংশ সতীৰ্থক পুনৰ বিশ্বাসত লৈছে।

ঝৰ্ণা : (আচৰিত আৰু বতভম্ব হৈ) ৰিয়েলী?

নীলিম : ইয়েচ!

ঝৰ্ণা : (হঠাৎ শ্লেষেৰে) কিন্তু নীলিম, তোমাৰ বা তোমাৰ একাংশ সতীৰ্থৰ ওপৰত সংগঠনৰ এই পুনৰ আস্থা কিহৰ চুক্তিত স্থাপন হৈছে? সশস্ত্ৰ হিংসা নে নিৰস্ত্ৰ মানৱীয়তা?

নীলিম : (হঠাৎ উত্তেজিত হৈ) ঝৰ্ণা। এই মুহূৰ্তত তুমি মোক ইমান জটিল প্ৰশ্ন নকৰিবা। মোৰ কিন্তু খং উঠি যাব।

ঝৰ্ণা : খং? তোমালোকৰ খং? (হাঁহি দিব)

নীলিম : শুনা, সংগঠনে আমাৰ ওপৰত পুনৰ বিশ্বাস স্থাপন কৰাৰ কাৰণ আমি এচামে ক্ৰমে যুক্তিৰ চকু আৰু এটা যুক্তিৰ মগজু লৈ খোজকাঢ়িব বিচাৰিছো। আৰু তাতেই শেখৰ, সুমনহঁতৰ আপত্তি। সিহঁতে স্বাধীনতাৰ নামত, এটা বিপ্লৱৰ নামত কেৱল জীয়াই ৰাখিব বিচাৰে এক অন্ধ উন্মাদনা। আচলতে সিহঁত বেংছটা, সিহঁত ভয়াতুৰ।

ঝৰ্ণা : (উচপ খাই) হা!

নীলিম : মোৰ মুখলৈ চোৱা

ঝৰ্ণা : (বিশ্বাস-অবিশ্বাসেৰে মুখলৈ চাব)

নীলিম : মই পিতৃ হ'ব বিচাৰো

ঝৰ্ণা : (হ'তবাক হৈ) পিতৃ!

নীলিম : অ' পিতৃ। মোৰ পৌৰুষৰ বীজত তুমিয়ে উপহাৰ দিব লাগিব মোক এটা সন্তান। যি হয়তো এদিন মোৰ ভুল মৃত্যুৰ পিচত এটা শুদ্ধ জন্মৰ প্ৰতীক হৈ আহিব। কৰিবা ধাৰণ তোমাৰ গৰ্ভত মোৰ বীৰ্য? আৰু এই বীজ কোনো কাৰণতে যাতে নষ্ট নহয় তাৰ বাবে তুমিয়ে হ'ব লাগিব তাৰ নিৰ্ভুল গৰ্ভধাৰিণী। ঝৰ্ণা, প্ৰিজ, দিয়া মোক সেই নিচৰ্ত দান —

ঝৰ্ণা : (ফোপাই ফেপাই ক'ব —) নীলিম! কোনো চৰ্ততে তোমাৰ বীজ মোৰ গৰ্ভত ধাৰণ কৰিব নোৱাৰিম।

ঝৰ্ণা : তুমি যে গভীৰভাৱে ভালপোৱা।

ঝৰ্ণা : (উচুপি) জানো

নীলিম : তোমাৰপৰা মই আৰু উভতি যাব নোৱাৰো।

ঝৰ্ণা : হয়তো ময়ো

নীলিম : তেন্তে?

ঝৰ্ণা : শুনা নীলিম, এপাহ ফুল, এজাক পখিলা অথবা কিছু অস্ত্ৰৰ সহাৱস্থানত হয়তো এখন ছবি আঁকিব পাৰি, এটা গানত এটা কবিতা ৰচিব পাৰি। কিন্তু এটা জীৱন, এটা অৰ্থময় জীৱন সজাব নোৱাৰি নীলিম!

নীলিম : (হঠাৎ উন্মাদ হৈ) ঝৰ্ণা! এনেবোৰ কথা কৈ বেছি অতিষ্ঠ কৰিলে, তোমাক -তোমাক হয়তো মই --

ঝৰ্ণা : কি কৰিবা?

নীলিম : টেটু চেপি হত্যা কৰিম। শ্বুট কৰি দিম! (লগে লগে দুৱাৰত টোকাৰ। ড'ৰ বেল বাজিব। পুনৰ টোকাৰ)

ঝৰ্ণা : (দুৱাৰৰ কাষলৈ গৈ) কোন? ইমান সঘনে দুৱাৰ ঢকিয়াইছে কিয়? নেপথ্যতঃ মই শেখৰ!)
(নীলিম সতৰ্ক হ'ব। নেপথ্যত পুনৰ শব্দ।)

ঝৰ্ণা : (নীলিমক) খোলো?

নীলিম : ৰ'বা।
(নেপথ্যত ঃ ঝৰ্ণা! ঝৰ্ণা! নীলিম আছে? নীলিম, মই শেখৰ। দুৱাৰখন খোলা। মই বৰ বিপদত পৰিছো। নীলিম, নীলিম, ঝৰ্ণা!)

ঝৰ্ণা : খোলা দুৱাৰ?

নীলিম : (কিছু দ্বিধাৰে) খোলা। (ঝৰ্ণা আগবাঢ়ে। হঠাৎ) ৰ'বা।

ঝৰ্ণা : কি হ'ল?

নীলিম : ভাবিছো

ঝৰ্ণা : কি ভাবিছা?

নীলিম : নাই একো নাই। খোলা। (ঝৰ্ণাই দুৱাৰৰ খিলিত হাত দিয়ে। হঠাৎ, এক মিনিট।

ঝৰ্ণা : আকৌ কি হ'ল? বাহিৰত শেখৰ। যদি সঁচাই কিবা বিপদ হৈছে। তাতে ইমান ৰাতি।

নীলিম : তুমি আঁতৰি আহা। (দুৱাৰৰ কাষ চাপি ফুচফুচাই) শুন শেখৰ, এই মুহূৰ্তত মই পাহৰি গৈছো তোৰ চেহেৰা, তোৰ আকৃতি। তই মোৰ শত্ৰু নে মিত্ৰ নাজানো। মুঠৰ ওপৰত তই আঁতৰি যা। আঁতৰি যা।

নেপথ্যত : আস! নীলিম দুৱাৰখন খোল। মই ভয়ানক বিপদত পৰিছো।

নীলিম : ন', নেভাৰ। এই মুহূৰ্তত আমাৰ মুখামুখি সম্ভৱ নহয়। তই আঁতৰি যা।

ঝৰ্ণা : শেখৰ বিপদত পৰিছে।

নীলিম ঃ (ঝৰ্ণাৰ বাউসীত খামুচি) তুমি নুবুজিবা। এয়া দোমোজা)

ঝৰ্ণা ঃ কিহৰ দোমোজা ?

নীলিম ঃ বিশ্বাস আৰু অধিকাৰৰ। (পুনৰ আগতকৈ তীব্ৰ ৰূপত দুৱাৰত শব্দ। ঝৰ্ণা জোৰকৈ আঁতৰি যায।)

ঝৰ্ণা ঃ নহয় মই দুৱাৰ খুলিমেই। এয়ে সুযোগ তুমি শেখৰৰ স'তে মুখামুখি হোৱা। তোমালোক দুয়োজনেই যোদ্ধা। (কৈয়ে দুৱাৰ খুলিব খোজে।)

নীলিম ঃ (পলকতে ৰিভলভাৰ উলিয়াই) ঝৰ্ণা! আৰু বিৰক্তি কৰিলে, অপমান কৰিলে মই কিন্তু তোমাক গুলীয়াই দিম। (কৈয়ে ঝৰ্ণাৰ কপালত ৰিভলভাৰটো হেঁচি ধৰিব। ঝৰ্ণাই প্ৰথমবাৰৰ বাবে ভয়ানকভাৱে আতংকিত হৈ পিচুৱাই আহি আহি ডিভানখনত ঘপ্‌কৈ বহি পৰিল। হতবাক চাৱনি। নীলিম কাষ চাপি আহিব। সম্পূৰ্ণ কাষ পাওঁতে অলসভাবে হাতৰ ৰিভলভাৰ সৰি পৰিল। হঠাৎ গভীৰ আৱেগেৰে ঝৰ্ণাক সাৱটি, ধৰি উপৰ্যুপৰি চুমা খাই হঠাৎ বৈ ক'ব —)

নীমিল ঃ ঝৰ্ণা!

ঝৰ্ণা ঃ (আতংকত যেন ক্ৰমে আতৰি গৈছে) কোৱা নীলিম!

নীলিম ঃ (ক্ৰমে ঝৰ্ণাক বুকুৰ মাজলৈ চপাই) তুমিয়ে মোৰ জীৱন। মোৰ সাহস। মোৰ জলপ্ৰপাত।

ঝৰ্ণা ঃ (অলসভাৱে) হয় জানো ? হয় জানো নীলিম!

নীলিম ঃ (ক্লান্তভাৱে) হয় চাগে। (দুৱাৰত পুনৰ টোকাৰ। টোকাৰ অবিৰত। মাজে মাজে ড'ৰ বেল। এই শব্দবোৰৰ মাজতো ঝৰ্ণা অৱশ ক্লান্তভাবে নীলিমৰ বুকুত সোমাই থাকিব। নীলিম নিৰ্বিকাৰ।) ❑

ঃ অন্ত ঃ

# ডাঙৰ মানুহ (একাংক নাট)

(১৯৮০ চনত ধেমাজিত অনুষ্ঠিতহোৱা 'সদৌ অসম পদ্মনাথ গোহাঞিঃ বৰুৱা সোঁৱৰণী একাংক-নাট প্ৰতিযোগিতা'ত দ্বিতীয় শ্ৰেষ্ঠ-পাণ্ডুলিপি হিচাপে পুৰস্কৃত।

১৯৮৬ চনত লক্ষীমপুৰ জিলাৰ বিহপুৰীয়াত অনুষ্ঠিত হোৱা 'সদৌ অসম যোগ বৰুৱা সোঁৱৰণী একাংক-নাট প্ৰতিযোগিতা'ত শ্ৰেষ্ঠ পাণ্ডুলিপি হিচাপে পুৰস্কৃত।)

## কৃতজ্ঞতা স্বীকাৰ

'ধেমাজি সংগীত বিদ্যালয়'ৰ এসময়ৰ ছাত্ৰ-ছাত্ৰীসকল ক্ৰমে- পুষ্প চুতীয়া, হেমন্ত দত্ত, ৰঞ্জন বৰুৱা, অসীম খাৰঘৰীয়া, মণ্টু ভূএগ, স্বপ্নালী চুতীয়া, টুনুমণি দত্ত, জোনমণি হাজৰিকা— যিসকলে এই নাটখনৰ বিভিন্ন চৰিত্ৰত সৰ্বপ্ৰথমে অভিনয় কৰিছিল। উত্তৰ লখিমপুৰৰ বন্ধু যোগেন দত্ত, যাৰপৰা এই নাটৰ সফল মঞ্চ-ৰূপ পোৱাৰ অনুপ্ৰেৰণা লাভ কৰিছিলো। বসন্ত হাজৰিকা, যাৰ পৰিচালনাত এই নাটে সদৌ অসম ভিত্তিত অনুষ্ঠিত হোৱা একাংক-নাট প্ৰতিযোগিতাত শ্ৰেষ্ঠ-পাণ্ডুলিপিৰ সন্মান কঢ়িয়াই আনে। লগতে এসময়ৰ উত্তৰ লখিমপুৰৰ 'অনন্ত ক্লাব'ৰ শিল্পীবৃন্দ, যিসকল অভিনেতা-অভিনেত্ৰীৰ সফল অভিনয়ৰ ফলশ্ৰুতিত এই নাটে 'শ্ৰেষ্ঠ-পাণ্ডুলিপি'ৰ সন্মান অৰ্জন কৰিবলৈ সক্ষম হয়।

## চাৰত্ৰসমূহ

১। মাষ্টৰ : বাৰ্ধক্যৰ-চাপ পৰা এজন বয়সস্থ লোক
২। বিপ্লৱ : ছাত্ৰ
৩। প্ৰদীপ : ঐ
৪। প্ৰশান্ত : ঐ
৫। ৰঞ্জিত : ঐ
৬। স্বপালী : ছাত্ৰী
৭। জোনালী : ঐ
৮। বৰ্ণালী : ঐ

## মঞ্চ নির্দেশনা

(মঞ্চত দুখন ডেস্ক আৰু দুখন বেঞ্চ ইংৰাজী 'V' আখৰটোৰ দৰে সজোৱা থাকিব। ডেক্স আৰু বেঞ্চকেইখনৰ পৰা সমদুৰত্বত বেকস্ক্ৰীণত এখন বেনাৰত লিখা থাকিব- এৰাবাৰী এম. ই. স্কুল। এখন ব্লেকব'ৰ্ড এডাল ষ্টেণ্ডৰ ওপৰত বহুৱাই ৰাখিব। মঞ্চৰ ড্ৰপস্ক্ৰীণ খোলাৰ লগে লগে দেখা যাব প্ৰদীপ, প্ৰশান্ত, ৰঞ্জিত, বিপ্লৱ, জোনালী, বৰ্ণালী আৰু স্বপ্নালী মঞ্চৰ বিভিন্ন ঠাইত উচ্ছৃংখলভাৱে ধেমালি কৰি থাকিব। ইতিমধ্যে মাষ্টৰ আহি থকা বিপ্লৱে দেখা পায়। লগে লগে ঘণ্টাত 'টং' কৈ এটা শব্দ পৰে। মাষ্টৰ সোমাই আহে। মাষ্টৰৰ পিন্ধনত মলিয়ন ধুতী-পঞ্জাবী, হাতত এটা পুৰণা ছাতি তাৰ ভিতৰত এখন কাগজৰ শ্লিপসহ তেলৰ বটলৰ সৈতে এটি মলিয়ন পুৰণা মোনা থাকিব।)

বিপ্লব : ঐ ছাৰ আহিলে, ছাৰ আহিলে। (খৰধৰকৈ সকলোৱে নিজৰ ঠাইত বহি কিতাপ পঢ়ে। কোৰাছ হ'ব।)

আটায়ে : আমি ডাঙৰ মানুহ হ'ম। সদায় সত্য কথা ক'ম। সৎপথত চলিম। ডাঙৰ মানুহক সকলোৱে সন্মান কৰে। ডাঙৰ মানুহ পৃথিৱীত অমৰ হয়। (তিনি বাৰ কোৰাচৰ পিচত পঢ়াত খেলি-মেলি হ'ব, মাষ্টৰ সোমাই অহাৰ লগে লগে সকলোৱে থিয় হৈ নমস্কাৰ দিয়ে। মাষ্টৰে ইংগিত দিয়াত সকলো বহে। মাষ্টৰে হাতৰ ছাতিটো তেওঁ বহা চকীখনৰ পিঠিত ওলোমাই ৰাখে আৰু টেবুলত পূৰ্বৰেপৰা থকা বেতডালেৰে টেবুলত শব্দ কৰি কোবাই চকীত বহি পৰে।)

মাষ্টৰ : (এটা দীঘল কাঁহ মাৰি বা হুমুনিয়াহ কাঢ়ি) বাৰু ল'ৰাহঁত, আজি আমাৰ কি পাঠ আছে অ'?

আটায়ে ঃ ডাঙৰ মানুহ চাৰ। ডাঙৰ মানুহ।

মাষ্টৰ ঃ বাৰু প্ৰদীপ, তুমিয়েই কোৱাচোন প্ৰথমতে ডাঙৰ মানুহ কাক কয়?

প্ৰদীপ ঃ যিবিলাক মানুহ বয়সত ডাঙৰ সেইবিলাক মানুহকে ডাঙৰ মানুহ বোলে।

মাষ্টৰ ঃ ভুল হৈছে। থিয় হৈ থাকা। (প্ৰদীপ থিয় হৈ থাকে)

প্ৰশান্ত ঃ তুমি কোৱাচোন ডাঙৰ মানুহ কাক বোলে?

প্ৰশান্ত ঃ যিবিলাক মানুহে চাৰ আন মানুহতকৈ ডাঙৰ ডাঙৰ কথা ক'ব পাৰে, তাকে ডাঙৰ মানুহ বোলে।

মাষ্টৰ ঃ নাই হোৱা, থিয় হৈ থাকা, ৰঞ্জিত.....

ৰঞ্জিত ঃ যিবিলাক মানুহে আধা সঁচা কথা কয় আৰু আধা মিছা কথা কয় তাকে ডাঙৰ মানুহ বোলে চাৰ।

মাষ্টৰ ঃ একেবাৰে ভুল হৈছে। (ৰঞ্জিত থিয় হৈ থাকে)

বিপ্লৱ ঃ ক ক।

বিপ্লৱ ঃ যিবিলাক মানুহে ডাঙৰ ডাঙৰ মিটিঙত কথা ক'লে, সকলোৱে হয় হয় বুলি কয়, তাকে চাৰ।

মাষ্টৰ ঃ ভুল ভুল। গাধ, থিয় হৈ থাক। (থিয় হৈ থাকে) বাৰু আই স্বপ্নালী অ', তই ক'চোন।

স্বপ্নালী ঃ যিবিলাক মানুহে চৰকাৰী চাকৰি কৰে, মানুহে ঘোচ দিলেও ঘোচ নেখায় আৰু ভগৱানৰ নাম লৈ অভাৱত দিন কটায় সেইবিলাক মানুহকে কয় চাৰ।

মাষ্টৰ ঃ (অলপ খঙেৰে) হাঁ, পেটুকণা ছোৱালী একোজনীহতে ইমান ডাঙৰ ডাঙৰ কথা কব'; একো হোৱা নাই, থিয় হৈ থাক। (স্বপ্নালী থিয় হৈ থাকে) জোনালী, তই ক'চোন, অলপ ভাবি-চিন্তি ক'বি আক'।

জোনালী ঃ যিবিলাক মানুহে নিজৰ কথা চিন্তা নকৰি নোখোৱা নোবোৱাকৈ সমাজৰ কাম কৰি ফুৰে, তাকে...

মাষ্টৰ ঃ আঃ, বৰ অসহ্য লাগিছে অ', কি নোহোৱা-নোপজা কথাখন বলকি থাকে এই গাধসোপাই। থাক, থাক থিয় দি থাক। (জোনালী থিয় হৈ থাকে) বৰ্ণালী, অ' আই ক'চোন ক'; তই ভালকৈ দ'কৈ চিন্তা কৰি ক'চোন; ডাঙৰ মানুহ কাক কয়?

বৰ্ণালী ঃ যিবিলাক মানুহে, দুৰ্নীতি কৰি ব্যৱসায় কৰে আৰু সমাজৰ নামত বহুত টকা দান দি নাম কৰে তাকে কয় চাৰ।

মাষ্টৰ ঃ বন্ধ কৰ, বন্ধ কৰ। ঐ গাধহঁত, তহঁতৰ মগজুত দেখিছো খালি ঘোঁৰাৰ গোবৰ। তাকে পঢ়িছ্ ইমান দিনে? আ-ও, ক'ত দেখিছ্ অ' একেটা পাঠকে ইমান দিনে মনত ৰাখিব পৰা নাই। হেৰৌ; তহঁতে কেনেকৈ খাবি? ঐ, তহঁতৰ খবৰ আছেনে নাই, যে পৰীক্ষালৈ মাত্ৰ তিনিটা দিনহে বাকী আছে? কৰ কৰ। ভালদৰে মুখস্থ কৰ। এইবাৰ ক'ব নোৱাৰিলে চাবি কিন্তু। পিঠিৰ চামৰা উঠি যাব একা।

আটায়ে ঃ (পুনৰ কিতাপ মেলি লয়) আমি ডাঙৰ মানুহ হ'ম। সদায় সত্য কথা 'কম। সৎপথত চলিম। ডাঙৰ মানুহক সকলোৱে সন্মান কৰে...... (পুনৰ এই বাক্যকেইটা গাই থাকে। এটা সময়ত মাষ্টৰৰ টোপনি ধৰে। ক্ৰমে টেবুলত মূৰ থৈ শুই পৰে। নাকৰ শব্দ হয়।)

বিপ্লৱ ঃ (আনবিলাকক ইংগিত দি) ঐ চুপ। (বিপ্লৱে অতি সাৱধানে হাতত সাৰে ভৰিত সাৰে মাষ্টৰৰ ওচৰলৈ যায়।)

প্ৰদীপ ঃ ঐ চাচোন চা, ছাতিটোত কি আছে? (বিপ্লৱে সাৱধানে মাষ্টৰৰ ওচৰলৈ যায়। মাষ্টৰৰ নাকৰ ওচৰলৈ গৈ কাণ দি শুনে। হাতেৰে মাষ্টৰে টোপনি যোৱাৰ ইংগিত দিয়ে আৰু মাষ্টৰৰ ছাতিৰ ভিতৰৰ মোনাটো উলিয়াবলৈ যত্ন কৰোতেই মোনাৰ ভিতৰৰ পৰা ঘটংকৈ শব্দ কৰি তেলৰ খালী বটলটো পৰাত মাষ্টৰে অলপ লৰচৰ কৰে। বিপ্লৱে আটাইকে পঢ়িবলৈ ইংগিত দিয়ে। আটায়ে পঢ়ে 'আমি ডাঙৰ মানুহ হ'ম.....। কিছুসময় পঢ়াৰ পিছত বিপ্লৱে পুনৰ মাষ্টৰৰ টোপনিৰ উমান লয়। মাষ্টৰ টোপনি যোৱাত বিপ্লৱে মোনাৰ ভিতৰত হাত দি কাগজৰ টুকুৰা এটা উলিয়াই আনে।)

প্ৰশান্ত ঃ এই পঢ়চোন কি লিখা আছে? (বিপ্লৱে প্ৰশান্তক মনে মনে থাকিবলৈ ইংগিত দিয়ে।)

বিপ্লৱ ঃ চাহপাত এক ছটাক, চেনি আধাপোৱা, মিঠাতেল এক ছটাক, তামোল একঅঁৰা, মুঠ বাকী পাঁচ টকা।

প্ৰদীপ ঃ দেখিছ, ল'ৰা পঢ়াই পঢ়াই চুলিটো গ'লেই ধাৰতো পোত যাব এতিয়া বাপেকে।

ৰঞ্জিত : ইয়াকে কয় বোলে, মহান যোগ আশয় সমান মহাশয়।

স্বপ্নালী : ডাঙৰ মানুহ। (আটায়ে হাঁহে।)

বিপ্লৱ : (মনে মনে থাকিবলৈ ইংগিত দি কাগজখন পুনৰ জাপি বটলসহ মোনাত ভৰাই ছাতিটোৰ ভিতৰত সুমুৱাই আগৰ ঠাইত ছাতিটো থৈ আহেগৈ। মাষ্টৰে লৰচৰ কৰে। বিপ্লৱে পাঠ পঢ়িবলৈ ইংগিত দিয়ে।)

আটায়ে : আমি ডাঙৰ মানুহ হ'ম....। (মাষ্টৰ পুনৰ টোপনি যায়। নাকেৰে শব্দ কৰে। বিপ্লৱে হাতত সাৰে ভৰিত সাৰে পুনৰ মাষ্টৰৰ টেবুলৰ ওচৰলৈ গৈ টোপনিৰ উমান লয় আৰু হাতেৰে মাষ্টৰ টোপনি যোৱাৰ ইংগিত দিয়ে।)

প্ৰদীপ : এইবাৰ যেতিয়া মহাশয় শুলে, আৰু সাৰ পোৱাৰ আশা নাই।

বিপ্লৱ : একেবাৰে কুম্ভকৰ্ণ-শোৱন দিব।

ৰঞ্জিত : অ অ, তিনিবাৰে নিবাৰ যেতিয়া ৰিক-ভান-উইংক্‌লৰ দৰে কুৰি দিন কুৰি ৰাতি শুৱ।

প্ৰশান্ত : এতিয়াহে উশাহ পাইছো অ'।

প্ৰদীপ : অ অ একেডাল পাঠকে আৰু কিমাননো মুখস্থ মাৰি থাকিবি?

বিপ্লৱ : ঐ, কি কৰ এতিয়া?

স্বপ্নালী : (বৰ্ণালী আৰু জোনালীক হাতেৰে হেতালি খেলাৰ ইংগিত দিয়ে।) ব'লা আমি অলপ....।

জোনালী : ব'লা ব'লা। (তিনিওজনীয়ে মঞ্চৰ চুক এটাত গৈ আগতে আনি লুকুৱাই থোৱা গুটিবোৰ লৈ খেলিবলৈ ধৰে।)

ৰঞ্জিত : মোৰ হ'লে বৰ ভোক লাগিছে অ'।

প্ৰশান্ত : মোৰো ভোক লাগিছে অ'। বস্তুৰ যিহে চৰা দাম, কেনেকৈনো পেট ভৰাই খাবলৈ পাবি?

প্ৰদীপ : ব'ল না, ছাত্ৰ-সন্থাৰ নামত ৰূপালী হোটেলত বাকী খাই আহোগৈ।

বিপ্লৱ : ঐ সেইবোৰ কাৰবাৰ নকৰিবি দেই। ছাত্ৰ-সন্থাৰ নামত বদনাম হ'লে বিদেশীয়ে চেলুহে পাব!

ৰঞ্জিত : হিম্মত আছে যদি দম দি খাবি।

প্ৰদীপ : ইহ, যাচোন যা তয়ে দম দি চাগৈ। পুলিচৰ লাঠীৰ কোবত পিঠিৰ চামৰা

যায় নে নেযায়, চাওঁ।

ৰঞ্জিত : আৰে, কি ভাবিছ; দম দি দি গোটেই দুনীয়া ঠাণ্ডা বনাই দিছো।

প্ৰশান্ত : ঐ, তইঁতে কাক ঠাণ্ডা বনাইছ? সেই খাবলৈ নোপোৱা ৰিক্সাৱালা, ঠেলাৱালা, গুম্‌টিৱালা বিলাককহে।

প্ৰদীপ : যাচোন যা, সৌ ৰামপ্ৰসাদ আগৰৱালাৰ দৰে ধনী মানুহবোৰক দম্ম দি চাগৈ। কিমান হিম্মত আছে, দেখা যাব।

ৰঞ্জিত : ঐ, তই বৰ বাঢ়ি গৈছ দেই।

বিপ্লৱ : ঐ, বাদ দে, কাজিয়া কৰি একো লাভ নাই। বিদেশীও নেযায়, ডাঙৰ মানুহো হ'ব নোৱাৰি। ব'ল, আমি আন্দোলন কৰিবলৈ যাওঁ ব'ল।

প্ৰশান্ত : যেতিয়া পুলিচৰ বন্দুকৰ গুলীত মূৰ উৰি যাব।

প্ৰদীপ : বৰ ভাল হ'ব। অমৰ হ'ম, ডাঙৰ মানুহ হ'ম।

ৰঞ্জিত : বাদ দে, মৰাৰ পিছত ডাঙৰ মানুহ হৈ একো লাভ নাই। জীয়াই থাকোতেই হ'ব লাগিব বুজিছ।

বিপ্লৱ : ঐ, এইটোৱেই আটাইতকৈ ভুল ধাৰণা বুজিছ? আমি সকলোৱেই জীয়াই থাকি ডাঙৰ মানুহ হ'ব বিচাৰো। আচলতে, দেশখন ৰক্ষা কৰিবলৈ হ'লে এচাম মানুহে জীৱন দিবই লাগিব।

প্ৰদীপ : অকল সিমানেই নহয়, ল'বও লাগিব।

প্ৰশান্ত : মানে?

প্ৰদীপ : আমাৰ দেশলৈ বিদেশী কেনেকৈ আহিল, তইঁতে এবাৰ ভাবি চাইছনে? কেতিয়াও ভবা নাই। এইকথা জানিবলৈ হ'লে তইঁতে বুৰঞ্জী পঢ়িব লাগিব বুজিছ? তেতিয়াহে বুজিবি, দেশখন কোনে বিদেশীৰ হাতত বিক্ৰী কৰিলে।

বিপ্লৱ : আৰু যিবিলাক মানুহে দেশখন বিদেশীৰ হাতত বিক্ৰী কৰিলে, সিহঁতকে এতিয়া আমি ডাঙৰ মানুহ বুলি পূজা কৰি আছো বুজিছ।

বৰ্ণালী : (খেলাৰপৰা উঠি আহি) ঐ, সেই ডাঙৰ মানুহবোৰে জানো আমি পঢ়া লেচনবোৰ পঢ়া নাছিল?

প্ৰদীপ : কোনবোৰ?

বৰ্ণালী : যেনে, আমি ডাঙৰ মানুহ হ'ম, সত্য কথা ক'ম- ইত্যাদিবোৰ।

বিপ্লৱ : পঢ়িছিল, পঢ়িছিল। আৰু বহুত ভাল ভাল কথাও পঢ়িছিল। কিন্তু স্কুল-

কলেজ এৰাৰ পিছত সিহঁতে সেইবোৰ চব ওকলিয়াই পেলালে।

বৰ্ণালী : আকৌ মুখত ভৰাই দিব নোৱাৰি নে ?

প্ৰদীপ : এতিয়া আৰু সিহঁতে সেইবোৰ হজম কৰিব নোৱাৰে। আৰু কি জান? সেইবোৰ হজম কৰি পেলোৱাৰ বাবেই মোৰ দেউতাই এম. এল. এ. পদৰপৰা ৰিজাইন দিব লগা হ'ল।

বিপ্লৱ : মোৰ দেউতাই মাষ্টৰী কৰি পইচাৰ অভাৱত আমাক খাবলৈ পিন্ধিবলৈ দিব পৰা নাই।

বৰ্ণালী : অ' তেনে সেইবোৰ হজম হৈ যোৱাৰ বাবেই আমাৰ ককাইদেৱে ডাঙৰ মানুহ হ'ব নোৱাৰি বি.এ. পাছ কৰি হ'লগৈ গাড়ীৰ কণ্ডাক্টৰ।

ৰঞ্জিত : আৰু আমাৰ দেউতাই সাহিত্য কৰি টকা-পইচা আৰ্জিব পৰা নাই। ককাইদেৱে ডাঙৰ মানুহ হ'বলৈ গৈ ল পাছ কৰি হ'লগৈ খাবলৈ নোপোৱা চি.পি.এম.।

স্বপ্নালী : ঐ নহয়। আমাৰ দেউতাই কৈছে যে বোলে, ডাঙৰ মানুহ হ'বলৈ হ'লে হেনো অংকত খুউব চোকা হ'ব লাগিব।

বৰ্ণালী : এহ্। বাদ দে। ওপৰত মামা নেথাকিলে সব মিছা।

আমাৰ ককাইদেৱে দেখোন অংকত গালে গালে নম্বৰ পাইছিল অ', এতিয়া হ'লগৈ গুম্‌টিৱালা।

প্ৰদীপ : ইঞ্জিনীয়াৰৰ জীয়েকতো ; অংকৰ কথা নকৈ কিহৰ কথা ক'ব আৰু।

স্বপ্নালী : ঐ, দেউতাৰ নামত ধৰি বদনাম নিদিবি দেই। কথা বেয়া হ'ব কিন্তু।

জোনালী : নহয় অ', আমাৰ দেউতাই কি কয় জান? ডাঙৰ মানুহ হ'বলৈ বোলে ইংৰাজীতহে চোকা হ'ব লাগে।

বিপ্লৱ : এৰা, উকীলৰ জীয়েকতো। ইংৰাজীৰ কথা নকৈ কিহৰ কথা ক'ব।

জোনালী : দেউতাৰ নামত নধৰিবি দেই। বিচাৰ হ'ব কিন্তু।

প্ৰদীপ : তেনেহলে বিচাৰকে কৰো দে। দেখা যাব কোন ডাঙৰ, কোন সৰু।

বিপ্লৱ : (ডেস্কত হাতেৰে খুন্দা মাৰে) অৰ্ডাৰ, অৰ্ডাৰ।

ৰঞ্জিত : ঐ, তেনেকৈ নহয়। প্ৰথমতে উকীল সোমাই আহিব লাগিব।

প্ৰশান্ত : নহয় অ' প্ৰথমে হাকিমে টাই পিন্ধি এনেকৈ আহিব লাগিব। (উকীলৰ ভংগীমতে খোজ দিয়ে।)

জোনালী : ঐ, ঠাট্টা নকৰিবি দেই, ছাৰক লগাই দিম।

প্ৰদীপ : যা যা, লগাই দিবি। কি ডাল কৰিব?

বিপ্লৱ : অৰ্ডাৰ, অৰ্ডাৰ।

বৰ্ণালী : ঐ, তহঁতে জানো উকীল দেখা পাইছ?

স্বপ্নালী : তহঁতে জানো টাই মাৰিব জান?

বিপ্লৱ : এহ, বৰ জনা কেইজনী ওলাইছে।

ৰঞ্জিত : অ অ, তহঁতে বৰ বেছি ওস্তাদি দেখাব অ'।

প্ৰদীপ : (দীঘলকৈ) এতিয়া আচামী হাজিৰ......।

প্ৰশান্ত : ঐ, আৰু সেই নাজী (নাজিৰ) বুলি চুকত বহি থকা এবিধ আছে নহয়।

বিপ্লৱ : এহ, বাদ দে- এতিয়া বিচাৰ আৰম্ভ। অৰ্ডাৰ, অৰ্ডাৰ।

জোনালী : ঐ, তহঁতে পেংলাই কৰি থকা কথা আমি চাৰক লগাই দিম দেই কিন্তু।

বিপ্লৱ : বাৰু বাৰু। লগাবি লগাবি যা। এতিয়া আচামীয়ে কওক, ধৰ্মৰ নামত কৈছো- যি কম সচা ক'ম।

প্ৰদীপ : ঐ ৰঞ্জিত, তই এফালে উকীল হ' আৰু মই এফালে উকীল হ'ম, হা।

ৰঞ্জিত : অ' অ,' দে-দে।

বিপ্লৱ : আৰু সাক্ষী লাগিব নহয়- কোন হ'ব?

প্ৰদীপ : এই জোনালী আৰু বৰ্ণালী।

জোনালী : (মুখ ওফোন্দাই) ইহ, আমি নোবাবো দেই। ছাৰ উঠিলে মজা দিব।

বিপ্লৱ : এহ, গুলী মাৰ। চাৰ একেবাৰে ফুচ্‌তাং মাৰি শুলে।

বৰ্ণালী : যেতিয়া সাৰ পাব তেতিয়াহে গম পাবি। খুউব পিটিব বাপেকে।

ৰঞ্জিত : এহ, বাদ দে। আজিটো সাৰ নেপায়েই কালিলৈও সাৰ নেপায়।

বিপ্লৱ : অৰ্ডাৰ-অৰ্ডাৰ-অৰ্ডাৰ। এতিয়া আৰম্ভ—

প্ৰদীপ : এতিয়া আচামী প্ৰশান্তই কওক- যি কম সঁচা ক'ম। সঁচা বিনে মিছা নক'ম।

বিপ্লৱ : অৰ্ডাৰ-অৰ্ডাৰ।

প্ৰদীপ : মহা-মহিম উকীল, হাকিম...।

ৰঞ্জিত ঃ ঐ, নহয় অ'। সন্মানিত হাকিম চাৰ।

বিপ্লৱ ঃ ধেৎ-তেৰি। চব কথা তইঁতক শিকাই দিব লাগে অ'।

ৰঞ্জিত ঃ এহ্, বাৰে বাৰে অকল সিহে জনা ওলায়।

প্রদীপ ঃ ঐ বিপ্লৱ! তই তোৰ কাম কৰ। আমি আমাৰ কাম কৰিম।

বিপ্লৱ ঃ ঐ অকৰা। মই কওঁ শুন। মই এবাৰ কাছাৰীলৈ যাওঁতে উকীলে কোৱা দেখিছো বুজিছ।

ৰঞ্জিত ঃ অ ক'চোন ক। কি কয়।

বিপ্লৱ ঃ ইয়'ৰ অ'নাৰ, স্বপ্নালী দেৱীয়ে কৈছে, বোলে ডাঙৰ মানুহ হ'বলৈ হ'লে হেনো অংকত চোকা হ'ব লাগে। হয় নে মিছ বৰ্ণালী ফুকন?

বৰ্ণালী ঃ (অন্যমনস্ক হৈ থাকে।)

বিপ্লৱ ঃ এই, এইজনী, কি চাই আছ' ভেবা লাগি।

বৰ্ণালী ঃ ইহ্, আমি সেই চব নেজানো দেই।

বিপ্লৱ ঃ তেনেহলে মিছ জোনালী বৰুৱা?

জোনালী ঃ ইহ্, এনে উকীলডাল ওলালে।

বিপ্লৱ ঃ ঐ, অকল বাপেৰেহে ওকালতি জানে নেকি?

প্রদীপ ঃ অ অ, আমি কিবা নেজানো নেকি?

ৰঞ্জিত ঃ অ অ, আমিতো ফাৰ্ষ্ট-ক্লাচ উকীল। তোৰ বাপেৰে কি জানে জান? কেৱল টকা, টকা-।

জোনালী ঃ ঐ ৰঞ্জিত, মজা দিম দেই। বাৰে বাৰে জোকাই নল'বি দেই, ছাৰক লগাই দিম।

বিপ্লৱ ঃ অৰ্ডাৰ-অৰ্ডাৰ-অৰ্ডাৰ। আচামী জোনালী ফুকনে আমাৰ ছাত্র একতা সভাৰ নিয়ম উলংঘা কৰাৰ বাবদ তেওঁক সংবিধানৰ ১১০১ (এহেজাৰ এশ এক) নং ধাৰা অনুসৰি জগৰীয়া কৰি স্কুলৰপৰা বৰ্খাস্ত কৰাৰ আদেশ দিয়া হ'ল।

ৰঞ্জিত }
প্রদীপ } ঃ চাব্বাচ্ চাব্বাচ্।

জোনালী ঃ বাপেৰৰ মূৰটো।

বিপ্লৱ : ঐ, বেছি নিচিএঞৰিবি দেই। সেই বৰমানুহ সাৰ পালে আকৌ কলিজা খাব। অৰ্ডাৰ, অৰ্ডাৰ। এতিয়া বাদীপক্ষৰ উকীলক প্ৰদীপক বিচাৰ আৰম্ভ কৰিবলৈ কোৱা হ'ল।

প্ৰদীপ : কওঁক, বৰ্ণালী ফুকন, আপুনি স্বপ্নালী দেৱীৰ দেউতাকৰ নাম জানেনে?

বৰ্ণালী : নেজানো।

প্ৰদীপ : মিছা নক'ব।

বৰ্ণালী : কি দৰকাৰ পৰিছে।

বিপ্লৱ : মিছ্ বৰ্ণালী ফুকনক সঁচা কথা ক'বলৈ আদেশ দিয়া হ'ল।

বৰ্ণালী : নকওঁ যা কি কৰিবি?

প্ৰদীপ : কিয় আপুনি নেজানে নেকি যে, আচামীৰ দেউতাকৰ নাম বিজয় বৰুৱা। হয় নে নহয়?

বৰ্ণালী : অ অ (ডাঙৰকৈ ব্যংগ কৰি)।

প্ৰদীপ : তেখেতে কোন অফিচত কাম কৰে? কিয় বৰ পেটুৱা চেহেৰা দেখি ক'ব পৰা নাই নেকি যে বিজয় বৰুৱাই বানপানী ডিপাৰ্টমেণ্টত কাম কৰে।

ৰঞ্জিত : ভুল হৈছে।

বিপ্লৱ : নহয় অ'। অব্জেকচন ইয়ৰ অনাৰ

ৰঞ্জিত : হ'ব দে। অব্জেকন অফাৰ্ড। অৰ্ডাৰ -অৰ্ডাৰ।

বিপ্লৱ : অব্জেকজন্ অফাৰ্ড। অৰ্ডাৰ-অৰ্ডাৰ।

ৰঞ্জিত : বিপক্ষৰ উকীলে জোৰ কৰি আচামীৰপৰা কথা আদায় কৰিছে। গতিকে সংবিধানৰ মতে ই ভুল হৈছে।

বিপ্লৱ : কওক মিছ বৰ্ণালী, কি কাম কৰে বিজয় বৰুৱাই?

বৰ্ণালী : হেৰৌ, বৰ হাকিম, ইঞ্জিনীয়াৰ অ'। মজা দিব বাপেকে। বৰকৈ জোকাই নেথাকিবি।

বিপ্লৱ : আচামী বৰ্ণালী ফুকনক প্ৰয়োজনতকৈ বেছি কথা নক'বলৈ অৰ্ডাৰ দিয়া হৈছে।

প্ৰদীপ : মহামহিম হাকিম ছাৰ, ধনী ইঞ্জিনীয়াৰ বিজয় বৰুৱাৰ জীয়েক, স্বপ্নালী

দেৱীয়ে ডাঙৰ মানুহ কাক কয়, তাক কেতিয়াও ক'ব নোৱাৰে, এইটো সত্য।

ৰঞ্জিত-প্ৰদীপঃ সঁচা, সঁচা। ধনী মানুহে কি বুজিব দুখীয়াৰ মোল।
প্ৰশান্ত
জোনালী ঃ মিছা মিছা। (এনেতে মাষ্টৰে সাৰ পায়।)
স্বপ্নালী

বিপ্লৱ ঃ ঐ, ছাৰ উঠিলে, ছাৰ উঠিলে। (আটায়ে নিজৰ ঠাইত বহি পাঠ মুখস্থ কৰে। আমি ডাঙৰ মানুহ হ'ম।.......)

মাষ্টৰ ঃ (দীঘল গল-খেকাৰি মাৰি) ঐ, মজা পাবি দেই। পাঠ মুখস্থ নকৰি তহঁতে কি পেংলাইখন কৰি আছ হাঁ? ঐ, ক'চোন কোনে, কোনে চিঞৰ-বাখৰ কৰিছিল? কোনে?

বিপ্লৱ ঃ (থিয় হৈ) মই নাই কৰা চাৰ।

মাষ্টৰ ঃ আও কটাহঁত। কোনেও যদি নাই কৰা তেন্তে কোন দেও-মনিচে চিঞৰিছিলে অ'। ঐ ছোৱালীহঁত, ক'চোন ক! আইহঁত সঁচা কথা ক, কোনে হাই-কাজিয়া কৰিছিল?

বৰ্ণালী ঃ প্ৰদীপে মোক জোকাইছিল ছাৰ।

প্ৰদীপ ঃ ঐ বৰ্ণালী, মজা পাবি দেই। মই কেতিয়া তোক জোকাইছিলো অ'?

মাষ্টৰ ঃ আঁ-আঁ হ'ব দে, হ'ব! ঐ গাধ, চাওঁ- আহ, এইফালে আহ।

প্ৰদীপ ঃ (ভয়ে ভয়ে মাষ্টৰৰ ওচৰলৈ যায়।)

মাষ্টৰ ঃ (হাতত বেত লৈ) ঐ বদমাইচ, ক'চোন ক'। কিয় চিঞৰিছিলি? বৰ তেল ফাটিছে নহয়?

প্ৰদীপ ঃ অকল ময়ে নহয়, চবে চিঞৰিছিল ছাৰ।

মাষ্টৰ ঃ আও কটা, মিছলীয়াহঁত। তেওঁ বোলে এইডাল বিপ্লৱেও কয়- নাই চিঞৰা। পঢ়া-শুনা কৰিব নোৱাৰ। প্ৰশ্ন এটাৰ উত্তৰ দিব নোৱাৰ, যা-যা। আৰু আটাহ পাৰিবি ৰ'।

এইডাল দেখিছ নহয়? (বেত জোকাৰে, প্ৰদীপ নিজৰ ঠাইলৈ যায়।) পঢ় পঢ়। এইবাৰ নোৱাৰিলে ৰ। (আটায়ে বহি পুনৰ পাঠ পঢ়ে।) আমি ডাঙৰ মানুহ...। মাষ্টৰে মুখত তামোল এখন ভৰাই অলপ পিছত কয়) ঐ হ'ব,

হ'ব দে। বন্ধ কৰ। বৰ চোকাকেইটা ওলাইছে। (বিপ্লৱ আৰু প্ৰদীপে পঢ়িয়েই থাকে।) এই প্ৰদীপ আৰু বিপ্লৱ, বন্ধ কৰ। আও বৰ বাধ্যকেইটা ওলাইছে। কচোন ক। ঐ বিপ্লৱ। তয়ে ক, প্ৰথমে ডাঙৰ মানুহ কাক বোলে? (প্ৰদীপৰ ফালে কঢ়া দৃষ্টিত চায়।)

বিপ্লৱ : যিবিলাক মানুহ সৰু হৈ সৰকিৰ পৰে আৰু ঠেঙৰ ওপৰত ঠেঙ তুলি খায় তাকে ডাঙৰ মানুহ বোলে চাৰ।

মাষ্টৰ : বাপেৰৰ মূৰটো। তাকে মুখস্থ কৰিছিলি ইমান পৰে। গাধ কটা। কাঢ়, কাঢ়, আঠু কাঢ়। (বিপ্লৱে আঁঠু কাঢ়ো নেকাঢ়োকৈ থাকে।) ঐ কথা নুশুন নেকি? প্ৰশ্নৰ উত্তৰ দিব নোৱাৰ আৰু আঁঠু কাঢ়িবলৈ লাজ। কাঢ়, কাঢ় (বেত জোকাৰি তাৰ ফালে খেদি যায়। বিপ্লৱে লাহে লাহে নিজৰ বহা ঠাইৰ আগলৈ আহি আঠু কাঢ়ে) অ কাঢ়, কাঢ়। ঐ প্ৰদীপ- কচোন ক। এইবাৰ তই ক।

প্ৰদীপ : (থিয় হৈ) যিবিলাক মানুহে ভালদৰে পঢ়া-শুনা কৰিব নোৱাৰি স্কুল-কলেজত দুবাৰ-তিনিবাৰ ফেইল কৰি শেষত এৰি দিয়ে আৰু পলিটিক্স কৰি সমাজৰ আৰু দেশৰ নেতা হয়, তাকে ডাঙৰ মানুহ......

মাষ্টৰ : অ অ তাকে বোলে... ঐ মুৰ্খ, তাকে মুখস্থ কৰিছিলি হাঁ, ইমানপৰে। কাঢ়, আঁঠু কাঢ়। ( প্ৰদীপে আঁঠু কাঢ়ে) কচোন ক ঐ। হাঁ, সিহঁতে লাজ পাই যোৱাকৈ (স্বপ্নালী ঠিয় হৈ থাকে।)

স্বপ্নালী : যিবিলাক মানুহে চৰকাৰী চাকৰি কৰে, সৎপথত চলে আৰু মানুহে ঘোচ দিলেও ঘোচ নেখায় আৰু পইচাৰ অভাৱত পৰি অকালতে বুঢ়া হয় বা মৰি থাকে তাকে.....

মাষ্টৰ : আঁ-আঁ, হ'ব হ'ব। হাঁ- কোন মহাপুৰুষে ক'লে হঁ, একেটা প্ৰশ্নকে উত্তৰ দিব পৰা নাই। হেৰৌ, তঁহতে স্কুললৈ আহ কেলেই হু? তাতকৈ আনৰ ঘৰত চাকৰ কৰিবলৈ নেযাব কিয় হঁ? গাধ কটা। কাঢ়, কাঢ় তয়ো-আঠু ... ওঁ...।

(স্বপ্নালীয়ে আঠু কাঢ়ে) কচোন ক, হেৰৌ আই জোনালী, তই দকৈ ভাবি-চিন্তি কচোন?

জোনালী : (থিয় হৈ) যিবিলাক মানুহে সঁচা কথা কয়, সত্য পথত চলে আৰু কবিতা-গল্প-নাটক আদি লিখি বহুত নাম কৰে আৰু ল'ৰা-ছোৱালীক খাবলৈ

পিন্ধিবলৈ দিব নোৱাৰি অভাৱত জীৱন কটায়, তাকে চাৰ ডাঙৰ মানুহ বোলে।

মাষ্টৰ ঃ হেই একে বলিয়ালি, একেই মুৰ্খামি। তইঁত গোটেইখনেই পাগল হ'লি। কাঢ়, কাঢ় আঠু কাঢ়। (জোনালীয়ে আঁঠু কাঢ়ে) হেৰৌ, প্ৰশান্ত ক'চোন ক', বোপাই তয়ে ক'চোন- ডাঙৰ মানুহ কাক কয়?

প্ৰশান্ত ঃ (থিয় হয়) আচল কথা ক'বলৈ গ'লে ছাৰ, আমাৰ দেশত ডাঙৰ মানুহৰ জন্মই হোৱা নাই।

মাষ্টৰ ঃ হাঁ? এইটো আকৌ ক'ৰ পাগল আহিলে? হেৰৌ, দেখা নাইনে গোটেই দেশখন ডাঙৰ মানুহে ভৰি আছে। ঘৰে-ঘৰে ডাক্তৰ, ইঞ্জিনীয়াৰ, প্ৰফেচাৰ, উকীল, অফিচাৰ, এম এল এ, মন্ত্ৰী। হাঁ, এইবোৰ কি ডাঙৰ মানুহ নহয়? হেৰৌ, স্বপ্নালী তোৰ দেউতাৰে কি ইঞ্জিনীয়াৰ নহয়? ডাঙৰ মানুহ নহয়?

স্বপ্নালী ঃ হয় চাৰ। কিন্তু ডাঙৰ মানুহ নহয়।

মাষ্টৰ ঃ হাঁ, কি ক'লি? ইঞ্জিনীয়াৰ, অথচ ডাঙৰ মানুহ নহয়? কোনে ক'লে তোক?

স্বপ্নালী ঃ সকলোৱে কয় ছাৰ। আনকি মোৰ লগৰ ল'ৰা-ছোৱালীবোৰেও মোক সদায় ঠাট্টা কৰে। দেউতাই বোলে কেৱল ধনী মানুহবোৰকহে চিনি পায়। ধনী ঠিকাদাৰবোৰ হেনো আমাৰ ঘৰলৈ আহিলে ভালদৰে কথা পাতে আৰু দুখীয়াবোৰ গ'লে হেনো উভতিয়ে নাচায়।

মাষ্টৰ ঃ (চিন্তান্বিত হৈ) হাঁ উলটিয়েই নাচায়। বাৰু বাৰু তইঁতে এতিয়া উঠচোন বাৰু। (সকলোৱে উঠি নিজৰ ঠাইত বহেগৈ) তেনেহ'লে, এই উকীল বোৰকতো ডাঙৰ মানুহ বুলি ক'ব পাৰি। হয় নে নহয়? (আটায়ে নিৰৱ) আৰে, নেমাত' কেলেই?

জোনালী ঃ নহয় ছাৰ।

মাষ্টৰ ঃ হাঁ কোনে ক'লি নহয় বুলি?

জোনালী ঃ মই নিজেই চাৰ।

মাষ্টৰ ঃ হেৰৌ, দেউতাৰাই ওকালতি কৰে, গাড়ী আছে, ঘৰ আছে। খাবলৈ পাব, পিন্ধিবলৈ পাব হাঁ। ইমানবোৰ থাকিও আকৌ কৈছ বাপেৰে ডাঙৰ মানুহ নহয়।

জোনালী : সকলো আছে চাৰ। দেউতাই ওকালতি কৰি বহুত টকা পায়। সমাজত ওপৰে ওপৰে বহুত নামী মানুহ ধনী মানুহ, কিন্তু ভিতৰৰ কথা আচলতে আমিহে জানো, যেনি-তেনি কেৱল দেউতাৰেই বদনাম। দেউতাই বোলে মিছা কথা কৈ ধনী মানুহৰ পৰা টকা লৈ কেচত জিকায় আৰু দুখীয়া মানুহক জেইল দি যায়।

মাষ্টৰ : এৰা, কথাটো বৰ মিছা নহয়। তেনেহলে (চিন্তা কৰে) তেনেহ'লে এই কবি, সাহিত্যিক, শিল্পী, নাট্যকাৰ। সেইবোৰ, সেইবোৰ কি ডাঙৰ মানুহ নহয়?

ৰঞ্জিত : নহয় চাৰ।

মাষ্টৰ : (খঙেৰে) আহ! সকলো কথাতে তইঁতে প্ৰতিবাদ কৰ কিয়? হুঁ। জাননে নাই, মই তইঁতৰ মাষ্টৰ। অৰ্থাৎ শিক্ষাগুৰু। শাস্ত্ৰত আছে যে গুৰুৰ কথা কেতিয়াও অমান্য কৰিব নেপায়। মোৰ কথাবোৰ মানি ল'বলৈ তইঁতে যত্ন কৰচোন নহ'লে তইঁত ডাঙৰ মানুহ হ'বি কেনেকৈ হুঁ?

ৰঞ্জিত : মিছা কথা, কেতিয়াও মানি ল'ব নোৱাৰি ছাৰ।

মাষ্টৰ : (অত্যন্ত ক্ৰোধান্বিত হৈ) হাঁ, মিছা কথা ঐ মুৰ্খ, চাওঁ আহ এইফালে আহ। আহিছ নে নাই? (ৰঞ্জিতে লাহে লাহে, মাষ্টৰৰ টেবুলৰ ওচৰলৈ আহে।) কচোন ক। সঁচা কথা ক'। নহ'লে, (বেতডাল দেখুৱায়) এইডাল দেখিছনে নাই? পিঠিৰ চামৰা উঠি যাব।

ৰঞ্জিত : সাহিত্যিকবোৰ ডাঙৰ মানুহ নহয় চাৰ।

মাষ্টৰ : আহ। বন্ধ কৰ। (মাষ্টৰে ৰঞ্জিতক কোবায়।)

ৰঞ্জিত : সত্য কথা বন্ধ কৰিব নোৱাৰি ছাৰ।

মাষ্টৰ : আহ, তই'বৰ বাঢ়ি গৈছ হাঁ। (পুনৰ ৰঞ্জিতক হাতে-ভৰিয়ে কোবায়) মুৰ্খ, অলগৰ্দ্ধ, হাৰামী, পাইছ মজা?

ৰঞ্জিত : যিমান মাৰিলেও মিছা কথা ক'ব নোৱাৰো ছাৰ।

মাষ্টৰ : বাৰু বাৰু। তই কচোন ক। কেনেকৈ ডাঙৰ মানুহ নহয়। সাহিত্য-শিল্প কৰি মানুহে কিমান নাম কৰিছে। হেৰৌ, তইঁতে কালমাক্স (বিঃ দ্ৰঃ - কাৰ্লমাক্সৰ নামটো উচ্চাৰণ বিভ্ৰান্তি দেখুৱাই কালমাক্স লিখা হৈছে)ৰ নাম শুনিছ'নে নাই। হুঁ, মানুহৰ মুখে মুখে কেৱল সদায় তেওঁৰেই গুণানুকীৰ্তন।

ৰঞ্জিত ঃ হ'ব পাৰে চাৰ, কিন্তু নামৰ বাহিৰে আৰু কি আছে ?

মাষ্টৰ ঃ আৰু কি লাগে হু? নাম-যশস্যা, খ্যাতি এইবোৰহে আচল বস্তু। আৰু কি লাগে?

ৰঞ্জিত ঃ খাবলৈ লাগে, পিন্ধিবলৈ লাগে। সত্য কথা ক'লে, সৎ পথত চলিলে নাম হয়। কিন্তু খাবলৈ, পিন্ধিবলৈ নাপায় চাৰ। থাকিবলৈ ঘৰ নাপায়। মোৰ দেউতাই সাহিত্য কৰি, গল্প লিখি, নাটক ৰচনা কৰি বহুত নাম কৰিলে। কিন্তু (কান্দে).. থকা ঘৰৰ ওপৰেদি বৰষুণৰ পানী পৰে। পঢ়িবলৈ কিতাপ দিব নোৱাৰে। খাবলৈ ভাত দিব নোৱাৰে। পইচাৰ অভাৱত পৰি বেমাৰ হৈ মা মৰিল। এজনী বাইদেৱে আত্মহত্যা কৰিলে (কান্দে)।

মাষ্টৰ ঃ বাৰু বাৰু যাচোন যা। মই চিন্তা কৰি চাওঁ। (ৰঞ্জিতে নিজৰ ঠাইলৈ যায়। উচুপি থাকে। মাষ্টৰে চিন্তা কৰি মঞ্চত এপাক মাৰি) তেনেহ'লে এম এল এ (সেপ ঢোকে), মন্ত্ৰী। এৰা, এইবোৰ, হয়নে নহয়? (আটায়ে নিমাত) ঐ, নেমাত কেলেই হু?

প্ৰদীপ ঃ নহয় চাৰ।

মাষ্টৰ ঃ (শংকিত হৈ ) হাঁ। কোনে ক'লি আকৌ নহয় বুলি?

প্ৰদীপ ঃ মই চাৰ।

মাষ্টৰ ঃ আৰে, এম এল এৰ পুতেক হৈ নহয় বুলি কৱ। কি যুক্তি আছে নহয় বুলি কোৱাৰ?

প্ৰদীপ ঃ বহুত আছে চাৰ। মোৰ দেউতাই এম এল এৰ পদ পাইছিল।

মাষ্টৰ ঃ অ- তেনেহ'লে খাবলৈ পিন্ধিবলৈ, গাড়ীত উঠিবলৈ, ফুৰিবলৈ বহুত পাইছো। কিন্তু .......।

মাষ্টৰ ঃ কি কিন্তু?

প্ৰদীপ ঃ কিন্তু ছাৰ, গাড়ীৰপৰা নামিলেই ৰাজপথৰ মাজত সভাই-সমিতিয়ে কেৱল দেউতাৰে বদনামৰ গুণ-গুণনি। দেউতাই বোলে দুখীয়া মানুহৰ নামত অহা, বানপানীৰ নামত অহা টকাবোৰ খাই পেলায়। আনকি বাতৰি-কাকতবোৰতো কেৱল সেইবোৰ কথাই। সেয়ে দেউতাই কৈছে বোলে এইবোৰ হেনো এম এল এৰ পদ এৰি দিব। ভোটত আৰু থিয় নহয়।

মাষ্টৰ ঃ (হুমুনিয়াহ কাঢ়ি) বাৰু যা, যা তয়ো যা। আও গোটেই ভূ-ভাৰন্ত খনতনো ডাঙৰ মানুহ এটা নোলাব নে? (মাষ্টৰে আঙুলিৰ মূৰত হিচাপ কৰি মঞ্চত ঘূৰে।)

ইঞ্জিনীয়াৰ, উকীল, এম এল এ..... আ-আ। মনত পৰিছে। এই প্ৰফেচাৰ। বুজিছ, প্ৰফেচাৰ হ'ব লাগিব হুঁ। হয়নে নহয়?

বৰ্ণালী ঃ নহয় ছাৰ।

মাষ্টৰ ঃ আও, কোনে ক'লি অ'?

বৰ্ণালী ঃ মই ক'লো ছাৰ।

মাষ্টৰ ঃ কি আপদ অ', ঐ ক'চোন ক', কোনে ক'লে তোক নহয় বুলি? ঐ তই জানো প্ৰফেচাৰ দেখিছ?

বৰ্ণালী ঃ আমাৰ দেউতাই প্ৰফেচাৰ কৰে ছাৰ।

মাষ্টৰ ঃ তেনেহ'লে?

বৰ্ণালী ঃ দেউতাই প্ৰফেচাৰ কৰিছিল। কিন্তু সমাজৰ অন্যায় সহ্য কৰিব নোৱাৰি এদিন কৰিব নোৱাৰি এদিন কমিউনিষ্ট দ'লৰ সদস্য হৈ বিপ্লৱ কৰিলে আৰু দেউতাৰ চাকৰি গ'ল। এতিয়া দেউতা পগলাৰ নিচিনা হ'ল। পইচাৰ অভাৱত এতিয়া আমি লঘোনে ভোকে দিন কটাব লগা হৈছে।

মাষ্টৰ ঃ ৰ ৰ, আৰু নক'বি। মই ভালদৰে চিন্তা কৰি লওঁ (বৰ্ণালী বহে) আও, কি আপদ অ'। এই মনত পৰিছে ৰ, ৰ। আঁ, মনত পৰিছে, হেঃ হেঃ হেঃ। এই বৈজ্ঞানিক হ'ব লাগিব বুজিছ। (হাঁহে)

প্ৰশান্ত ঃ নহয় ছাৰ।

মাষ্টৰ ঃ (উচপ খাই) ঐ, তই জানো কেতিয়াবা বৈজ্ঞানিক দেখা পাইছ'?

প্ৰশান্ত ঃ আমাৰ দেউতাই বৈজ্ঞানিক হ'বলৈ গৈ চাকৰিৰ পৰা খেদা খালে চাৰ।

মাষ্টৰ ঃ হাঁ! খেদা খালে! কেনেকৈ?

প্ৰশান্ত ঃ দেউতাই বোলে ডাক্তৰী পাছ কৰি চৰকাৰী চাকৰি কৰিছিল। বৈজ্ঞানিক হ'বৰ বাবে কিবা এটা পৰীক্ষা কৰিবলৈ নেৰা-নেপেৰাকৈ লাগি থাকিল। সময়মতে বেমাৰী চাব নোৱাৰাৰ বাবে মানুহে ওপৰলৈ ৰিপোৰ্ট দিলে। চৰকাৰে দেউতাক চাকৰিৰপৰা খেদাই দিলে। পইচাৰ অভাৱত আৰু মনৰ চিন্তাত দেউতা অকালতে বুঢ়া হ'ল। এতিয়া বেছি কথা কৈ ফুৰাৰ বাবে মানুহে দেউতাক পাগল বুলি কয়।

মাষ্টৰ : হ'ব, হ'ব। তইঁতক আৰু বুজাব নোৱাৰি দেও। ৰ, ৰ। বহ বহ। মোৰেই কিজানি ভুল হৈছে বা! ভালদৰে ভাবি চাওঁ। এবাৰ সত্য কথাটো ধৰা পৰিলে তইঁতে মজা পাবি কিন্তু। আও, কি আপদ অ'। ইটোও নহয়, সিটোও নহয়? তেনেহ'লে কোন ডাঙৰ মানুহ হাঁ? ৰ ৰ, মই পঢ়া গীতা-শাস্ত্ৰখনত কি লিখা আছে, মনত পেলাওঁ ৰ! (অলপ সময় ইতস্ততঃ কৰি চিন্তা কৰে) আ-আ আ! মনত পৰিছে ৰ'। এই 'কৰ্মানিৱাৰ্ধিকাৰস্তে মা ফলেষু চ কদাচন।' অৰ্থাৎ, সকলো মনিচৰে কাম কৰাৰহে অধিকাৰ আছে। অৰ্থাৎ- কৰ্মইহে ধৰ্ম, ফলাফল ফলদাতা বিভুৰ হাতত। (নিজে নিজে পুনঃপুনঃ স্বগতোক্তি কৰে) ঠিক, মাষ্টৰ হিচাপে শিক্ষক হিচাপে, মোৰ দায়িত্ব হ'ল লৰা-ছোৱালীক শিক্ষা দিয়া। তেনেহ'লে এই ডাঙৰ মানুহৰ সংজ্ঞা বিচাৰি হাবাথুৰি খাই কি লাভ আছে। বাৰু বাৰু, তইঁত বহ, বহ। মই এতিয়া বুজি পাইছো। (আটায়ে বহে) তইঁতে মনত ৰাখিবি- মই তইঁতৰ শিক্ষক। মই পঢ়াম, তইঁতে পঢ়ি যাবি। বুজি যাবি। তইঁতৰ ভূত-ভৱিষ্যতলৈ মূৰ গৰম কৰি কি লাভ আছে? তইঁতে ধৰি ল যে, শিক্ষাগুৰুৱেই হৈছে পৃথিৱীত আটাইতকৈ ডাঙৰ মানুহ। বুজিছ? হয়নে নহয়? (আটায়ে নিৰৱ) আৰে, হয় বুলি নকৱ কিয়?

বিপ্লৱ : নহয় ছাৰ।

মাষ্টৰ : (তীব্ৰ খঙেৰে) কোনে ক'লে আকৌ নহয় বুলি?

বিপ্লৱ : মই ছাৰ।

মাষ্টৰ : ঐ হাৰামজাদা, গৰু, আহ, এইফালে আহ। (বিপ্লৱে চুচুক-চামাককৈ ওচৰলৈ আহে। আৰু বেতডাল মাষ্টৰে হাতত তুলি লয়) এইডাল দেখিছনে নাই? মজা পাবি একা। কচোন ক- মই তইঁতৰ শিক্ষাগুৰু হয়নে নহয়?

বিপ্লৱ : হয় ছাৰ।

মাষ্টৰ : তেনেহ'লে মোৰ কথাত প্ৰতিবাদ কৰ কিয়?

বিপ্লৱ : কাৰণ আপুনি মিছা মাতিছে।

মাষ্টৰ : (বেছি খঙত) মনে মনে থাক মুৰ্খ (কোবায়) কেৱল প্ৰতিবাদ, প্ৰতিবাদ, প্ৰতিবাদ। ভালদৰে পঢ়া-শুনা কৰিব নোৱাৰ। মই তইঁতৰ শিক্ষাগুৰু- শিকাইছো, বুজাইছো। তইঁত দেশৰ ভৱিষ্যতৰ নাগৰিক। মই যি কওঁ মানি ল'বি। জাননে নাই, শিক্ষকেই হৈছে অন্ধৰ দৃষ্টিদাতা পৰমগুৰু। শাস্ত্ৰত

আছে, গুৰুৰ প্ৰতি বিশ্বাসী হ'বা। সকলো কথা মানি চলিবা। গুৰু হ'ল পৰমেশ্বৰ বুজিছ?

(বিপ্লৱে কান্দিবলৈ ধৰে।)

বিপ্লৱ : হ'ব পাৰে। কিন্তু ডাঙৰ মানুহ নহয়।

মাষ্টৰ : হেৰৌ, ডাঙৰ মানুহকে পৰমেশ্বৰ বোলে।

বিপ্লৱ : পৰমেশ্বৰতো স্বৰ্গতহে থাকে ছাৰ।

মাষ্টৰ : হেঃ হেঃ হেৰৌ, প্ৰথমতে পৃথিৱীত, তাৰ পিছতহে স্বৰ্গত।

বিপ্লৱ : তেনেহলে পৰমেশ্বৰবোৰেনো পৃথিৱীত ইমান শাস্তি খায় কিয়?

মাষ্টৰ : সেয়া আকৌ তৰ্ক। মই বাৰে বাৰে কৈছো গুৰুৰ লগত তৰ্ক কৰা মহাপাপ।

বিপ্লৱ : তৰ্ক কৰা নাই ছাৰ। মই আপোনাৰ পৰা জানিবহে বিচাৰিছো।

মাষ্টৰ : তেনেহ'লে মোৰ কথাত হয়, হয় নকৰ' কিয়?

বিপ্লৱ : কাৰণ আপুনি মিছা মাতিছে চাৰ।

মাষ্টৰ : আঃ, তইঁতৰ শিক্ষক হিচাপে মই সঁচাই কওঁ বা মিছাই কওঁ, সেয়া মোৰ কথা। তইঁত মোৰ শিষ্য। মই শিকাম, শিকি যাবি, বুজি যাবি। তৰ্ক নকৰিবি। তৰ্ক কৰা মহাপাপ।

বিপ্লৱ : কিন্তু আপুনি যে কৈছিল- আমি সদায় সত্য কথা ক'ব লাগে।

মাষ্টৰ : (বেত দাঙি) আহ মুৰ্খ। আৰু তৰ্ক নকৰিবি। মজা পোৱা নাই?

বিপ্লৱ : সৎপথত চলিবলৈ হ'লে ছাৰ তৰ্ক কৰিবই লাগিব।

মাষ্টৰ : (কোবায়) মনে মনে থাক মূৰ্খ। গাধ, গৰু, অলগদ্ধ। পাইছ মজা। মই কৈছো, শিক্ষকেই হৈছে, পৃথিৱীত আটাইতকৈ ডাঙৰ মানুহ। তাৰপিছতহে ডাক্তৰ, উকীল, ইঞ্জিনীয়াৰ, প্ৰফেচাৰ, এম এল এ, মন্ত্ৰী ইত্যাদি। (বিপ্লৱে কান্দি কান্দি মাষ্টৰৰ কথাৰ প্ৰতিবাদ কৰে।)

বিপ্লৱ : হ'ব পাৰে । কিন্তু....

মাষ্টৰ : কি কিন্তু?

বিপ্লৱ : আমাৰ দেউতাই আমাক মাষ্টৰ হ'বলৈ মানা কৰিছে।

মাষ্টৰ : তেন্তে কি হ'বলৈ কৈছে?

বিপ্লৱ : কৈছিল মাত্ৰ ডাঙৰ মানুহ হ'বলৈ, সত্য কথা ক'বলৈ, সৎপথত চলিবলৈ আৰু আৰামেৰে সুখে-শান্তিৰে জীৱন কটাবলৈ।

মাষ্টৰ : ওঁ ঠিকেইতো কৈছে। বাৰু বাৰু, কচোন ক তোৰ দেউতাই কিয় শিক্ষক হ'বলৈ মানা কৰিছে?

বিপ্লৱ : কাৰণ মোৰ দেউতাই নিজে মাষ্টৰী কৰিছিল। দেউতাৰ তিনিজনী ছোৱালী আৰু তিনিটা সন্তানৰ ভিতৰত ময়েই হ'লো আটাইতকৈ সৰু। দেউতাৰ দৰমহাৰ পইচাৰে আমাৰ ঘৰখন চলিবলৈ নাটে।

মাষ্টৰ : বেছি দীঘলীয়া হৈছে। অলপ চমু কৰ।

বিপ্লৱ : দেউতাই কয়- মাষ্টৰী কৰি কেতিয়াও সুখত খাব নোৱাৰি। আমি প্ৰায়েই এসাজ খাই, এসাজ নাখাই জীৱন কটাব লগা হৈছে। কষ্ট কৰি কৰি দেউতা এদিন বেমাৰত পৰিল।

মাষ্টৰ : (ইতস্ততঃ কৰি) অলপ সৰুকৈ ক বিপ্লৱ। মোৰ মূৰটো ঘূৰোৱা যেন লাগিছে।

বিপ্লৱ : আপুনি অধৈৰ্য্য হৈছে ছাৰ। আৰু বহুত আছে। শুনক মোৰ ডাঙৰ ককাইদেৱে বি.এ. পাছ কৰিলে, কিন্তু ঘোচ দিব নোৱাৰা বাবে চাকৰি নেপালে। এতিয়া বেকাৰ। দুজনী বাইদেৱে বি.এ. পাছ কৰিও অবিবাহিত হৈ ৰ'ল। সিহঁতৰ বিয়াৰ বয়স কাহানিবাই উকলি গ'ল।

মাষ্টৰ : হাঃ হাঃ বিপ্লৱ, তই মোৰ জীৱনৰ কথাবোৰ কেনেকৈ জানিলি? আৰু নক'বি বিপ্লৱ আৰু নক'বি। (মাষ্টৰ হতভম্ব হ'বলৈ ধৰে।)

বিপ্লৱ : ক'বই লাগিব ছাৰ। এয়া আপোনাৰ কথা নহয়। মোৰ কথাহে। এদিন দেউতা বেমাৰত মৰিল। বৰ্ত্তমান মাও মৃত্যুপথৰ যাত্ৰী। (কান্দিবলৈ ধৰে।)

মাষ্টৰ : ৰ, ৰ বিপ্লৱ- তই দেখোন অবিকল মোৰ জীৱনৰ কথা বোৰকে কৈ গৈছ।

বিপ্লৱ : মাষ্টৰ হিচাপে এইবোৰ কথাৰ আপোনাৰ স'তে মিল থকাতো স্বাভাৱিক। কিন্তু মোক ক'বলৈ দিয়ক।

মাষ্টৰ : নাই, নাই ৰচোন ৰ, মোক কিছু ক'বলৈ দে। বিপ্লৱ, মোৰ ডাঙৰ ল'ৰাটো ঠিক তোৰ ডাঙৰ ককাইদেউৰ দৰেই আৰু ছোৱালী কেইজনীও.....(মাষ্টৰে কাঁহি-কাঁহি মঞ্চৰ সোঁমাজলৈ যায়। মঞ্চত পোহৰ ক্ষীণ হৈ আহে। মাষ্টৰৰ মুখত ফ'কাছ লাইট।)

নেপথ্যত : দেউতা, শুনা।

মাষ্টৰ : হুঁ, কোন?

নেপথ্যত : মই দেউতা, তোমাৰ ডাঙৰ পুত্ৰ জীৱন।

মাষ্টৰ : হুঁঃ জীৱন, তই চাকৰি পালি?

নেপথ্যত : চাকৰি নাই, কিন্তু ডাঙৰ মানুহ হ'লো দেউতা।

মাষ্টৰ : হুঁ, কি ক'লি? তোৰ এটা সামান্য চাকৰি নাই, অথচ ডাঙৰ মানুহ! নেপথ্যত : হয় দেউতা, কাৰণ এতিয়া মই কবিতা-গল্প-নাটক আদি লিখি বহু নাম কৰিছো।

মাষ্টৰ : কিন্তু তোৰ ভৱিষ্যত, ঘৰ-সংসাৰ আদি... তোৰ ভনীকেউজনীৰ কথা চিন্তা নকৰ' কিয়?

নেপথ্যত : দেউতা, তুমিতো আগতে মোক সেইবোৰ কথা কোৱা নাছিলা। মাত্ৰ কৈছিলা যে, সত্য কথা ক'বি, সৎপথত চলিবি আৰু ডাঙৰ মানুহ হ'বি। তোমাৰ উপদেশ শিৰোধাৰ্য্য কৰি মই এতিয়া তাকে কৰিছো। মোক আশীৰ্বাদ দিয়া যাতে মই আৰু ডাঙৰ হ'ব পাৰো।

নেপথ্যত : (নাৰী-কণ্ঠত) দেউতা, মই ৰীতা আহিছো, আপোনাৰ জী ৰীতা দেউতা।

মাষ্টৰ : অ' আই ৰীতা, মই তোৰ বিয়াৰ কথাকে চিন্তা কৰি আছিলো।

নেপথ্যত : মোৰ বিয়া দেউতা? মইতো ক'লোৱেই মোৰ বাবে চিন্তা কৰাৰ দৰকাৰ নাই।

নেপথ্যত : নহয় আই, তই বিয়া সোমাবই লাগিব। কাৰণ শাস্ত্ৰত লিখা আছে যে, দাম্পত্য-জীৱনতহে মানুহে পূৰ্ণতা লাভ কৰে। (মঞ্চৰ পোহৰ ক্ৰমে বাঢ়ি আহে। মাষ্টৰে ইতস্ততঃ কৰে।)

বিপ্লব : ছাৰ, আপোনাৰ কি হৈছে ছাৰ? আপুনি কিবা ভ্ৰম বকিছে।

মাষ্টৰ : (সংযত হোৱাৰ চেষ্টা কৰি) হুঁ, নাই নাই। মই, মই ভ্ৰম বকা নাই। এই তোৰ কথাবোৰে মোৰ চিন্তাত মানে কিবা আউল লগাই দিছে। (চিন্তা কৰি) বাৰু, তইঁতে ডাঙৰ মানুহ হ'ব নেলাগে দে।

প্ৰদীপ : তেনেহ'লে আমি কি হ'ম ছাৰ?

মাষ্টৰ : যুগৰ লগত খাপ খাবলৈ শিক।

প্ৰশান্ত : সেই কথা আমাক শিকাই নিদিয়ে কিয়?

মাষ্টৰ : ৰ ৰ, মই চিন্তা কৰি চাওঁ।

বিপ্লৱ : বহুত দেৰি হৈ গৈছে ছাৰ। সোনকালে কওক।

মাষ্টৰ : বাৰু বাৰু, তহঁতে এই ডাঙৰ মানুহৰ পাঠটো পঢ়িব নেলাগে দে।

স্বপ্নালী : পৰীক্ষাত আহিলে কি উত্তৰ দিম চাৰ?

মাষ্টৰ : এটা শুদ্ধ উত্তৰ দিব লাগিব।

জোনালী : আপুনি শিকাই নিদিয়ে কিয় চাৰ।

ৰঞ্জিত : কওক চাৰ, ডাঙৰ মানুহ কাক কয়?

মাষ্টৰ : ৰ ৰ, এই অলপ গীতা শাস্ত্ৰখনৰ কথা মনত পেলাইছো।

বিপ্লৱ : শাস্ত্ৰত ডাঙৰ মানুহৰ কথা নাই ছাৰ।

প্ৰদীপ : থকা হ'লে দেশত ইমানবোৰ মানুহৰ মাজত এটা ডাঙৰ মানুহ ওলালহেঁতেন।

জোনালী : আমাৰ দেউতাই ওকালতি কৰি মিছা মাতিব লগা নহ'লহেতেন।

ৰঞ্জিত : সাহিত্য কৰা মানুহবোৰে ইমান কষ্ট নেখালেহেতেন।

বিপ্লৱ : মাষ্টৰবোৰে ইমান কষ্ট নেখালেহেঁতেন।

বৰ্ণালী : আমাৰ ককাইদেৱে চৰকাৰী চাকৰি পালেহেঁতেন।

মাষ্টৰ : ৰ ৰ। মই গীতা শাস্ত্ৰৰ গুঢ়াৰ্থ, মৰ্মাৰ্থ, তাৎপৰ্য ভালদৰে মনত পেলাইছো।

বিপ্লৱ : বহুত দেৰি হৈ গ'ল ছাৰ। কওক সোনকালে। ডাঙৰ মানুহ কাক কয়?

প্ৰদীপ : আৰু বেছি দেৰি হৈ গ'লে আমি, আমি সকলো বান্দৰ হৈ যাম।

আটায়ে : হয়, কওক চাৰ।

ৰঞ্জিত : আপোনাৰ কথামতে আমি আকৌ পাঠ মুখস্থ কৰিছো।

প্ৰশান্ত : যি পাঠে আমাক, দেশৰ নাগৰিক হ'বলৈ শিকায়।

বৰ্ণালী : আমাক মহান কৰে।

ৰঞ্জিত : সেই শিক্ষা- যাক জুইয়ে পুৰিব নোৱাৰে।

প্ৰদীপ : সূৰ্য্যৰ তাপেও গলাব নোৱাৰে।

বিপ্লৱ : জাৰতো বৰফ নহয়।

প্ৰদীপ : আমি আকৌ গাইছো, সেই বিদ্যা, যি মানুহৰ ৰূপৰো শ্ৰেষ্ঠ ৰূপ, সাঁচতীয়া ধন, যি মানুহৰ সুখ আৰু ভোগৰ আচল মূল-মন্ত্ৰ, খ্যাতি আৰু সন্মানৰ

আধাৰ, গুৰুৰো গুৰু স্বৰূপ, যি বিদ্যা মানুহৰ বিদেশ যাত্ৰাৰ একমাত্ৰ বন্ধু, দেৱৰো দেৱোত্তম। ৰজা-মহাৰজাইও যাক পূজা কৰে, সেই বিদ্যা, যাক আহৰণ কৰিব নোৱাৰিলে মানুহ হয় পশুস্বৰূপ।

বিপ্লব : আপুনি আকৌ টোপনি যাওক ছাৰ। মাত্ৰ আমাক কওক ডাঙৰ মানুহ কাক কয়? আমি আকৌ পাঠ মুখস্থ কৰিছো। আমি ডাঙৰ মানুহ হ'ম।.... (সংগ্ৰামী সুৰত আৰম্ভ কৰিব। লগে লগে বাকীবোৰে ধৰিব।)

আটায়ে : আমি ডাঙৰ মানুহ হ'ম।

বিপ্লব : আমি সত্য কথা ক'ম।

আটায়ে : আমি সত্য কথা ক'ম।

বিপ্লব : আমি সৎপথত চলিম।

আটায়ে : আমি সৎপথত চলিম।

বিপ্লব : ডাঙৰ মানুহক সকলোৱে সন্মান কৰে।

আটায়ে : ডাঙৰ মানুহক সকলোৱে সন্মান কৰে।

বিপ্লব : ডাঙৰ মানুহ পৃথিৱীত অমৰ হয়।

আটায়ে : ডাঙৰ মানুহ পৃথিৱীত অমৰ হয়।

মাষ্টৰ : (মাষ্টৰে ফোপাই-ফোপাই দীঘলকৈ চিঞৰি পৰি যায় আৰু অজ্ঞান হৈ পৰে।

আটায়ে : কওক ছাৰ। ডাঙৰ মানুহ কাক বোলে?

বিপ্লব : ছাৰ, আপুনি পৰি গ'ল। (ওচৰলৈ গৈ) ছাৰ ছাৰ, আপুনি শুলে কিয় চাৰ?

প্ৰদীপ : উঠক ছাৰ, আমি পাঠ গাইছো, কওক ছাৰ ।

আটায়ে : ছাৰ ছাৰ (মাষ্টৰ নিৰব)

বিপ্লব : (ভয়ত) ঐ, কি কৰ এতিয়া?

প্ৰদীপ : ক'লৈ যাব?

স্বপ্নালী : ব'ল গুচি যাওঁ

ৰঞ্জিত : কিন্তু ক'লৈ?

বৰ্ণালী : যেনি ইচ্ছা যায় –

প্ৰশান্ত : কিন্তু স্কুল যে চুটী হোৱা নাই।

জোনালী : এইদৰে আৰু কিমান চিঞৰি থাকিবি।

স্বপ্নালী : মোক চাগৈ দেউতাই বিচাৰি আহিব পায়।

বিপ্লৱ : স্কুল ছুটী হ'বলৈ দেৰি আছে।

প্ৰদীপ : (বাহিৰলৈ চায়) বাহিৰত ভীষণ আন্ধাৰ হৈছে।

বিপ্লৱ : ধুমুহা বৰষুণ আহিব এতিয়া।

প্ৰদীপ : আহিব নহয়, আহিলেই। (বাহিৰত ধুমুহা, মেঘৰ গৰ্জন)

ৰঞ্জিত : ঐ, আমি ডাঙৰ মানুহৰ পাঠটো গাই গাই যাওঁ দে।

আটায়ে : দে দে। (আটায়ে মঞ্চত ঘূৰে। মঞ্চত পোহৰ কমি আহে) আমি ডাঙৰ মানুহ হ'ম........ (ক্ৰমে ধুমুহা আৰু গৰ্জন বেছি হৈ আহে। বাহিৰত বিপ্লৱে চিঞৰে।)

বিপ্লৱ : প্ৰদীপ (দীঘলকৈ)

প্ৰদীপ : কেনি গৈছ। বৰ আন্ধাৰ, ৰাস্তা নেদেখি।

স্বপ্নালী : জোনালী- (দীঘলকৈ)

বৰ্ণালী : দে-উ-তা- (দীঘলকৈ)

প্ৰশান্ত : কেনি গৈছ ৰঞ্জিত ?

(ক্ৰমে কাইঁ পৰি জীন যোৱা জয়াল পৰিৱেশ। পট পৰে।)



<u>চৰিত্ৰসমূহ</u> ঃ

১। ৰত্নাকৰ

২। কন্ব

৩। গুৰু

৪। পত্নী

৫। পিতৃ

৬। মাতৃ

৭। পুত্ৰ

৮। ১ম বৃদ্ধ

৯। ২মবৃদ্ধ

১০। কোৰাচৰ দল

# দৃশ্য-১

ব্যাধে এখন ধনু লৈ ওপৰলৈ চাই কিবা টোঁৱাই থাকে- **Music in**

শ্লোক : মা নিষাদ প্রতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ
যৎ ক্রৌঞ্চ মিঠুনাদেকমবধীঃ কাম মোহিতাম।।

**Fed out-Light & Music**

সকলো শিল্পী আহে। গীত আৰম্ভ হয়।

গীত :
হে ৰূপকাৰ হে ৰূপকাৰ
আঁকিবানে এখন ছবি তোমাৰ
তুমি শিল্পী তুমি জ্ঞান
তুমিয়েই সজোৱা নিজক বাৰম্বাৰ
হে ৰূপকাৰ হে ৰূপকাৰ
সজাই তোলা তোমাক পুনৰ এবাৰ-

(অন্যান্য শিল্পীসকল যায়গৈ। কোৰাচৰ দল থাকি যায়।)

কোৰাচ : হে মানুহ, তোমাক নমস্কাৰ-

কোৰাচ : তোমাৰ ৰূপ অনেক, তোমাৰ পৰিধি বিশাল, কিন্তু তোমাৰ পৰিচয় তোমাৰ অৰ্ন্তনিহিত প্ৰেমত-

কোৰাচ : হে মানুহ, তোমাক নমস্কাৰ। তুমি বিচিত্ৰ, তোমাৰ ৰূপতেই তুমি মহান।

কোৰাচ : হে মানুহ, তুমি খনিকৰ; কেৱল তুমিয়েই তোমাক ৰূপ দিব পাৰা বাৰম্বাৰ।

কোৰাচ : হে মানুহ, তোমাক নমস্কাৰ।

*Music in*- কোৰাচৰ দলে গীত আৰু নৃত্য আৰম্ভ কৰে-

গীত :

বন সুন্দৰ
সুন্দৰ বন
গছ লতিকাৰে

উশাহ ঘন
সখীয়তী গাইছে
ফুলে নাচিছে
উতলা কৰিছে
সৱাৰে মন
বন সুন্দৰ
সুন্দৰ বন

কোৰাচ : সুন্দৰ বননি, এইয়া সুগভীৰ অৰণ্য।

কোৰাচ : দুহাত পাতি আঁকোৱালি লয়, শৰৎ শীত বসন্ত।

কোৰাচ : সুন্দৰ বননি এইয়া, গভীৰ অৰণ্য।

কোৰাচ : মাজেদি এটা পথ।

কোৰাচ : যেন দুফালে দুটি পাৰেৰে সৈতে এখন চিৰ-প্ৰবাহিত সৰু নদী।

কোৰাচ : নদীয়েদি উটি যোৱা জলজ উদ্ভিদৰ দৰে অৰণ্যৰ মাজৰ এই পথেদিয়েই কতজন আহে ক'তজন যায়।

কোৰাচ : কোনো নিৰাপদে হ'ব পাৰে পাৰ কিন্তু কাৰো ভাগ্য বিড়ম্বনা।

কোৰাচ : কিয়? কোনো লোকৰ সুকলমে পাৰ হৈ যোৱাৰ ভাগ্য নেথাকে কিয়?

কোৰাচ : ভাগ্য। ভাগ্য।।

কোৰাচ : সৌৱা, কোনোবা এজন আহিছে- দেখা যাওক তেওঁৰ ভাগ্য কেনে?

কোৰাচ : কোন আহে সেয়া, কোন আহে?

(কোৰাচ যায়। কন্ব নামৰ ব্যৱসায়ী আহে। হাতত টোপোলা)

কন্ব : অমৃত! হিমকালিৰ জুই অমৃত। শিশুৰ কণ্ঠ অমৃত। ৰাজ অধিকাৰীৰ কোমল হাতৰ স্পৰ্শ অমৃত। কিন্তু মোৰ দৰে ইঠাইৰ বস্তু সিঠাইত দি স্বৰ্ণ সংগ্ৰহ কৰাসকলৰ বাবে স্বৰ্ণৰ শব্দই আটাইতকৈ সুমধুৰ। অমৃত স্বৰ্ণ-আস্-আস্!! কোকিলৰ কণ্ঠই প্ৰেমাতুৰক বলিয়া কৰাৰ দৰে স্বৰ্ণৰ শব্দয়ো মোক ব্যাকুল কৰি তোলে। আস্ স্বৰ্ণ! নামেই যে অমৃত। এই স্বৰ্ণৰ বাবেই মই কিমান শ্ৰম কৰিবলৈ প্ৰস্তুত। এই স্বৰ্ণ অৰ্জনৰ বাবেই মই আজি এই পথেদি আহিছো। বহুজনে এই দুৰ্গম বননিৰ মাজৰ এই পথেদি আহিবলৈ শংকা কৰে। মোৰ কোনো ভয় নাই- শংকা নাই। স্বৰ্ণ সংগ্ৰহ আৰু ভয়, নিদ্ৰা আৰু চেতন, চন্দ্ৰ আৰু সূৰ্য্য দুয়ো একেলগে অৱস্থান কৰিব নোৱাৰে। যাওঁ আগবাঢ়ো এই পথেদিয়েই। (হঠাৎ হাতত অস্ত্ৰ লৈ ৰত্নাকৰে পথ আগচি ধৰে)

কন্ব : কোন তুমি হে পূর্ণকুম্ভ যেন অৱয়বৰ যুৱক? কিয় মোক অস্ত্ৰ দেখুৱাইছা? কিয় মোক কৰিছা সন্ত্ৰস্ত? কিয় মোৰ ফালে নিক্ষেপ কৰিছা ক্ষুধাৰ্ত বাঘৰ দৃষ্টি। হে যুৱক দিয়া পৰিচয়-

ৰত্নাকৰ : পৰিচয়? মোৰ পৰিচয়-

কন্ব : কিয়, অস্ত্ৰ লোৱা যুৱকৰ জানো পৰিচয় নেথাকে? যিদৰে থাকে পৰিচয় এই অৰণ্যত থকা প্ৰতিজোপা গছৰ।

ৰত্নাকৰ : পৰিচয়- হাঃ হাঃ হাঃ

কন্ব : হাঁহিলাহে দেখোন যুৱক ? পৰিচয় সোধাতো জানো তাচ্ছিল্যৰ কথা, মোৰো আছে পৰিচয়। মোৰ নাম কন্ব। মই এঠাইৰ বস্তু এঠাইত দি স্বৰ্ণ সংগ্ৰহ কৰো। কিন্তু তুমি কোন, কিয় ধৰিছা মোৰ যাত্ৰাপথ ভেটি।

ৰত্নাকৰ : কোন মই? কিয় ধৰিছো মই যাত্ৰাপথ ভেটি?

কন্ব : নেহাঁহিবা সক্ষম যুৱক। মই ভয় খাইছো চোৱা। চোৱা তোমাৰ হাঁহিত তেজৰ স্ৰোত বৃদ্ধি হৈছে মোৰ নিলয়ত। মোৰ চৌদিশ যেন ঘূৰিছে চক্ৰাকাৰে। কোন তুমি?

ৰত্নাকৰ : অবোধ-

কন্ব : কোন মই?

ৰত্নাকৰ : নিশ্চয়, নিশ্চয়।

কন্ব : তুমি আৰণ্য?

ৰত্নাকৰ : আৰণ্য? মই ? হাঃ হাঃ........। মই আৰণ্য বাহুবলেৰে সংগ্ৰহ কৰো পৰৰ সঞ্চিত।

কন্ব : ইটো উঞ্চবৃত্তি-

ৰত্নাকৰ : বৃত্তিৰ আকৌ উচ্চ-নীচ। বাহুবলেৰে সংগ্ৰহ কৰিছো অনুদিন পৰৰ সামগ্ৰী। হাতৰ অস্ত্ৰ চকুৰ ভাষাত তই নেপালি যেতিয়া মোৰ পৰিচয়, তেন্তে শুন হেৰ অবোধ পান্থ- নাম মোৰ ৰত্নাকৰ।

কন্ব : ৰত্নাকৰ

ৰত্নাকৰ : হাঃ হাঃ হাঃ.......

কন্ব : আঃ, চাৰিওফালে ঘন অৰণ্য। বেৰৰ বিন্ধাইদি সোমোৱা সূৰ্যৰ ৰশ্মিৰ দৰে এটি মাথো ক্ষুদ্ৰ পথ; বন্যজন্তুৰ আশংকা। হায় হায়- মই কেনেকৈ ৰক্ষা পৰো এই অস্ত্ৰধাৰী যুৱকৰ পৰা? দয়া কৰা। দয়া কৰা, হে যৌৱনৰ শক্তিৰে বলিয়া যুৱক। কোৱা হে কল্লোলিত যৌৱন, মোৰ কষ্টলব্ধ স্বৰ্ণৰ অণুকণো কি বিচাৰা?

ৰত্নাকৰ : অনুকল্প ? তোৰ হাতত থকা ধনৰ অনুকল্প ?

কম্ব : হয় হয় মোৰ প্ৰাণ সদৃশ স্বৰ্ণৰ অণুকল্প

ৰত্নাকৰ : তোৰ হাতত থকা স্বৰ্ণৰ অণুকল্প তোৰ প্ৰাণ।

কম্ব : দয়া কৰা। দয়া কৰা মোক।

ৰত্নাকৰ : দয়া। বনৰ পশু-পক্ষীসকল শুনা, ই অধমে কুঁৱলীৰ পৰা নিহালীৰ উম বিচাৰিছে, হাঃ হাঃ হাঃ...

কম্ব : হয় হয় তুমি ধনৰ বাবে হত্যা কৰিব পৰা বিধৰ লোক। হয় হয়; লোৱা। টোপোলাকে দিওঁ। প্ৰাণটো যদি দিওঁ তোমাক- তুমিটো তেতিয়াও স্বৰ্ণখিনি লৈয়েই যাবা। তেনে দুয়োটা কিয় হেৰুৱাওঁ- লোৱা লোৱা, মোৰ কলিজাৰ কম্পনটোৰ দৰে আপোন এই মোনাটো লোৱা। আস! মূৰটো এতিয়াও বাৰু মোৰ ডিঙিৰ ওপৰতেই আছেনে? ইমান ঘূৰিছে কিয় মোৰ চৌদিশ? সামান্য জল হ'বনে তোমাৰ ওচৰত, মই কণ্ঠটো তিয়াই লওঁ। হে' যুৱক...

ৰত্নাকৰ : কৃপণৰ ধন অযথা শব্দৰ অপব্যয়ৰ মই বিৰোধী।
(ৰত্নাকৰ যায়)

কম্ব : লৈ গ'ল, লৈ গ'ল। মোৰ প্ৰাণটো লৈ গ'ল। মোৰ এই প্ৰাণহীন দেহ পৰি আছে হেমন্তৰ পথাৰত পৰি থকা শামুকৰ খোলাহেন হৈ মই বাৰু কেনেকৈ এতিয়াও থিয় দি আছো?
(কোৰাচৰ দল আহে)

কোৰাচ : দি দিলা-

কোৰাচ : তোমাৰ আৰ্জিত দি দিলা

কম্ব : লৈ গ'ল

কোৰাচ : দি দিলানে, লৈ গ'ল?

কোৰাচ : দুখ লাগিছে তোমাৰ

কম্ব : বহুত বহুত দুখ

কোৰাচ : কিয় দুখ লাগিছে?

কম্ব : জ্বলা জুইত ঘৃত সংযোগ কৰিছা
(সমস্বৰে হাঁহি)

কোৰাচ : কিয় দি দিলা তোমাৰ প্ৰাণতকৈও আপোন স্বৰ্ণ

কম্ব : নিদিয়াকৈ কেনেকৈ সম্ভৱ?

কোৰাচ : তেনে এতিয়া দুখ কৰিছা কিয়?

কোৰাচ : দুখ কৰাৰ অধিকাৰ তোমাৰ আছেনে?

কোৰাচ : নিজ হাতে আৰ্জিত অৰ্পণ কৰি দুখ কৰাৰ অধিকাৰ থাকেনে কাৰোবাৰ?

কন্ব : মই ভীত

কোৰাচ : তুমি ভয়াতুৰ

কোৰাচ : তুমিয়েই জানো বিনা প্ৰতিবাদে সঞ্চিত তেওঁক দি পৰৰ সঞ্চিত সজোঁৰ সংগ্ৰহৰ বাবে তেওঁক অনুপ্ৰাণিত কৰা নাই?

কন্ব : মই?

কোৰাচ : অনুপ্ৰাণিত কৰিছা লুণ্ঠনকাৰীক

কোৰাচ : সাহস যোগাইছা।

কোৰাচ : তুমি তুমি তুমি

কন্ব : মই- মই?? মই ???

কোৰাচ : কিয় সাহস নহ'ল তোমাৰ ।

কোৰাচ : তোমাৰ সঞ্চিত কি তোমাৰ বাবে সহজলব্ধ

কোৰাচ : তোমাৰ উপাৰ্জন কি তোমাৰ কষ্টতকৈ অত্যাধিক?

কন্ব : মোৰ উপাৰ্জন?

কোৰাচ : যদি তোমাৰ উপাৰ্জন তোমাৰ কষ্টতকৈ অত্যাধিক, তেন্তে সেয়াই লুণ্ঠন।

কোৰাচ : যদি তুমি লুণ্ঠন কৰিছা, তেন্তে সাজু হোৱা। বাৰে বাৰে লুণ্ঠিত হ'বলৈ সাজু হোৱা

কন্ব : লুণ্ঠিত হ'বলৈ-

কোৰাচ : লুণ্ঠন প্ৰেমহীন দেহবিলাওঁতাৰ দৰে, এজনৰ বুকুত থাকি অন্য এজনক নিজলৈ আকৰ্ষণ কৰে।

কোৰাচ : নিজক সোধা হে লুণ্ঠিতজন

কোৰাচ : নিজক সোধা

কোৰাচ : তুমি এনে কিবা কাম কৰিছিলানে যাৰ বাবে লুণ্ঠনকাৰীক বাধা দিবলৈ তোমাৰ সাহস হয়

কন্ব : সাহস?

কোৰাচ : বাধা দিয়াৰ সাহস

কোৰাচ : সোধা-

কন্ব : লুণ্ঠন! মই এনে কিবা কাম কৰিছিলোনে যাৰ বাবে লুণ্ঠনকাৰীক বাধা দিবলৈ মোৰ সাহস হয়।

## দৃশ্য-২

(উৎসৱৰ পৰিৱেশ। ৰত্নাকৰৰ ঘৰ। উপস্থিত আছে ৰত্নাকৰ
পত্নী-পুত্ৰ, পিতৃ-মাতৃ আৰু গুৰু।

গীত ঃ

ৰং দিয়া ৰং দিয়া
ৰং দিয়া হাতত

গুৰু ঃ শুভ, শুভ। ৰত্নাকৰ তুমি যোগ্যজন! তোমাৰ দেহৰ ক্ৰান্তি শৌৰ্য-বীৰ্যই তোমাক এজন উপযুক্ত পিতৃ হিচাপে চিহ্নিত কৰিছে। তোমাৰ পুত্ৰৰ এই জন্মবাৰ্ষিকীত মই আশীৰ্বাদ দিছো, তুমি সফল হোৱা। তোমাৰ ধন-মান-যশস্যা চন্দ্ৰকলা বঢ়াদি বাঢ়ি তোমাক উজলাই তোলক। বিস্তৃত বননিত থাকিও যিদৰে বৃহৎ বটবৃক্ষই নিজক অন্য গছৰ বাবে আকাংক্ষিত উচ্চতাৰ লক্ষ্যস্থান কৰি তোলে। তুমিও তদ্ৰূপ দহজনৰ আগত যাতে উচ্চশিৰে থাকিব পাৰা। বটবৃক্ষই ৰ'দ-বৰষুণৰ পৰা পথিকক ৰক্ষা কৰাৰ দৰে তুমিও তোমাৰ পৰিয়ালক দুখ কিম্বা অনাটনৰ পৰা যাতে ৰক্ষা কৰিব পাৰা। ধন্য সেই পিতৃ, যিজনে ৰত্নাকৰক জন্ম দিলে, ধন্য সেই ৰত্নগৰ্ভা মাতৃ। পিতৃৰ গুণৰাজিয়ে যেন আজি জন্মবাৰ্ষিকী পালন কৰা বালকটিকো উজলাই তোলক। হে' নাৰী, তুমি যেন প্ৰিয় পুৰুষৰ সেৱাৰ পৰা কোনোদিন বঞ্চিত হ'ব লগা নহয়। হে' ৰত্নাকৰ- আহা যি শক্তিয়ে তোমাক এই সক্ষমতা প্ৰদান কৰিছে সেই শক্তিৰ আৰাধনা কৰো।

(শক্তিৰ আৰাধনা কৰে)

গুৰু : আজিৰ এই জন্মবাৰ্ষিকী উৎসৱ ৰং-আনন্দ উপভোগেৰে ভৰি পৰক।
গীত ঃ

ফল্গুধাৰা উপচি পৰিছে।
ৰঙৰ ঝিৰ ঝিৰ নিজৰা বৈছে
ৰঙৰ সুৰহে বিয়পি পৰিছে
সকলো পক্ষীৰ মাততে
ৰং দিয়া ৰং দিয়া ৰং দিয়া হাততে।

(গুৰুক প্ৰত্যেকেই সেৱা কৰে। তাৰপাছত সকলো যায়। পত্নী আৰু ৰত্নাকৰ থাকি যায়)

পত্নী : জন্মবাৰ্ষিকী উৎসৱৰ অতিব্যস্ততাই আপোনাক ভাগৰুৱা কৰি তুলিছে। হে' প্ৰিয়জন আহক, ক্ষন্তেক বিশ্ৰাম লওক। মই নাতিশীতোষ্ণ জলেৰে পদযুগল ধুৱাই দিওঁ। শীতল বা দি দিওঁ। আহক, হে প্ৰিয়জন আহক- বিশ্ৰাম লওক।

ৰত্নাকৰ : বিশ্ৰাম-। কি কোৱাহে মোৰ প্ৰিয় নাৰী। মোৰ দেহ ছেদিত নৱপত্ৰিকা বুলি ভাবিছা নেকি যে সামান্য উত্তাপতে সি লেৰেলি যাব। বা দেহতো মোৰ অতি কোমল শয্যা বুলি ভাবিছা নেকি যে ক্ষন্তেকৰ বাবে বহা অতিথিজনেও নিজৰ চিন ৰাখি যাব পাৰিব। মোৰ দেহ হাজাৰ ধুমুহাৰ মাজত পৰিও অক্ষত অৱস্থাত থকা শিলৰ দৰে কঠিন। এই দেহৰ বাবেই মোৰ যত গৰ্ব। কিয় বিশ্ৰামৰ দৰে শব্দ উচ্চাৰণ কৰি অতি প্ৰিয় অতিথিক বিদায় জনাই অহাৰ দৰে শোক দিব খোজা মোক।

পত্নী : সাগৰৰ কাষৰ শিলক সূৰ্যৰ তাপ সহ্য কৰিবৰ বাবেই সাগৰে পদপক্ষালন কৰি থাকে। আপোনাক তুচ্ছ কৰাৰ মোৰ কোনো অভিপ্ৰায় নাই। শিলৰ দৰে আপুনি উচ্চশিৰে আছে আৰু থাকিবও।

ৰত্নাকৰ : মোৰ দেহ মোৰ আকাংক্ষিত শক্তিৰ উচ্চতা। নাই, তাত হাত নিদিবা। হাত দিবলৈ চেষ্টাও নকৰিবা। নাই, কোনো বিশ্ৰামৰ প্ৰয়োজন নাই। এতিয়াও মই অতিভাৰ কান্ধত লৈ যোজন পথ অতিক্ৰমৰ বাবে সাজু।

পত্নী : আপুনি কেৱল নিজৰ কথা ভাবিছে। কিঞ্চিতো মোৰ কথা ভবা নাই।

ৰত্নাকৰ : কি কোৱা হে' নাৰী। এনে কথা কেনেকৈ তোমাৰ মুখৰ পৰা নিঃসৃত হ'ব পাৰিছে। মোৰ এই সীমাহীন কষ্ট, এই উৎসাহী দুঃসাহস, এই ভাৰসাম্যহীন শ্ৰম কাৰ বাবে। কেনেদৰে পাৰিছো মই জগত জিনাৰ পৰিকল্পনা কৰিব। ধুমুহা-বৰষুণ আনকি হিংস্ৰ-জন্তুকো গণ্য নকৰি কিদৰে মই অচল-অটল

হৈ অৰণ্যৰ মাজত থাকিব পাৰিছো। কাৰ বাবে? কাৰ বাবে?

পত্নী : আপুনি মোৰ বাক্যৰ অন্য অৰ্থ কৰিছে।

ৰত্নাকৰ : অন্য অৰ্থ? কি কোৱাহে' নাৰী?

পত্নী : মই কৈছো বিশ্ৰাম লোৱাৰ কথা। আপুনি কৈছে আপোনাৰ কষ্ট নিপুন দেহৰ কথা। মই আপোনাক জলেৰে প্ৰক্ষালনৰ কৰাৰ কথা কৈছো। আপুনি আপোনাৰ লৌহ-কঠিন দেহৰ পদ ব্যাখ্যা আগবঢ়াইছে। মই কষ্ট পাইছো।

ৰত্নাকৰ : কষ্ট পাইছা? কিয়?

পত্নী : মেঘে বৰষুণ দিয়ে পৃথিৱীক সিক্ত কৰিবলৈ নহয়, নিজৰ জলভাৰ লাঘৱ কৰিবলৈহে। আপুনি বুজিবলৈ চেষ্টা কৰা নাই সুদীৰ্ঘ সময় স্বামী বনত থাকিলে ঘৰত থকা পত্নীৰ মানসিক অৱস্থাৰ কথা। মই আপোনাক শুশ্ৰুষা কৰিব বিচাৰিছো। মোৰ মনৰ প্ৰশান্তিৰ বাবে।

ৰত্নাকৰ : তোমাৰ মনৰ প্ৰশান্তি?

পত্নী : মই জানো সুখী হোৱাটো নিবিচাৰে?

ৰত্নাকৰ : অসম্ভৱ।

পত্নী : কি অসম্ভৱ হে' মোৰ প্ৰিয় পুৰুষ?

ৰত্নাকৰ : যিদৰে সিংহৰ শৰীৰৰ পৰা শক্তি পৃথক কৰা অসম্ভৱ, যিদৰে নদীৰ পৰা স্ৰোত পৃথক কৰা অসম্ভৱ সেইদৰে তোমাৰ পৰাও মোক পৃথক কৰা অসম্ভৱ। তোমাৰ মনৰ প্ৰশান্তিৰ বাবেই যদি মোৰ পৰিচৰ্যা কৰিব বিচাৰিছা তেন্তে হে' মোৰ প্ৰিয় নাৰী- মই কোনো বাধা নিদিওঁ। মোক তুমি যিদৰে পৰিচৰ্যা কৰিব খুজিছা কৰা। নাতিশীতোষ্ণ জলেৰে পদ-প্ৰক্ষালন কৰা কিম্বা মোক শীতল বা দিয়া, মই অংকুশৰ আগৰ হস্তীৰ দৰে নতমস্তক তোমাৰ সন্মুখত থিয় দি থাকিম। শেষ আঘোনৰ ৰ'দৰ দৰে উষ্ণ তোমাৰ প্ৰেমৰ সান্নিধ্য লাভৰ বাবে মই ঐশ্বৰ্যৰ অলংকাৰেৰে ভৰাই দিব খোজো তোমাৰ কম্বুকণ্ঠ।

(ৰত্নাকৰৰ পত্নীয়ে পৰিচৰ্যা কৰে। বিচনীৰে বা দিয়ে)

গীত :

শীতল বা নে
এয়া মোৰ মনৰে ছাঁ।

(ৰত্নাকৰ আৰু পত্নী যায়। বৃদ্ধ পিতৃ-মাতৃ আহে)

পিতৃ : পৰপিগুসি- পৰপিগুমি

মাতৃ : নির্মম- নির্মম

পিতৃ : নাই কোনো অৱশেষ নাই।

মাতৃ : শক্তিৰ কোনো অৱশেষ নাই।

পিতৃ : অথর্ব অথর্ব। দন্তহীন সাপ, ঐশ্বৰ্যহীন ৰজা আৰু শক্তিহীন বৃদ্ধই কাৰো মনত একো আন্দোলন তুলিব নোৱাৰে।

মাতৃ : দিয়া সেয়ে আমাক মৃত্যু দিয়া

পিতৃ : মৃত্যু কি গছৰ ফল সৰিব আৰু গ্ৰহণ কৰিবা।

পিতৃ : বৃদ্ধত্বৰ পৰা মৃত্যুৰ বাহিৰে অন্য পথ জানো নাই?

পিতৃ : যদি থাকিলহেতেন-

মাতৃ : অন্তিম?

পিতৃ : নাই এই সুন্দৰ ঘৰ

মাতৃ : এই ঘৰ নাই??

পিতৃ : তুমি নাই মই নাই মোৰ সুপুত্ৰ নাই

মাতৃ : মৃত্যুও যদি নাই?

পিতৃ : যদি নেথাকিলেহেতেন

মাতৃ : যন্ত্ৰণা

পিতৃ : যন্ত্ৰণা

ৰত্নাকৰ : কি শব্দ শুনাইছে আপোনালোকে। কেনেদৰে এনে ভীষণ শব্দ উচ্চাৰণ হ'বলৈ পালে কওক মাতৃ। নহয়, আদেশ কৰক, যন্ত্ৰণা উপশমৰ মই ব্যৱস্থা কৰো।

পিতৃ : যন্ত্ৰণা যদি সঁচাই উপশম ঘটাব পাৰিলাহেতেন।

ৰত্নাকৰ : নিষ্কাৰণ শংকা দূৰ কৰক। ব্যক্ত কৰক যন্ত্ৰণাৰ কাৰণ।

পিতৃ : দত্তা-পহাৰী দত্তাপহাৰী

ৰত্নাকৰ : দত্তাপহাৰী? কোন সেই ছলনাময়ী?

পিতৃ : আমাৰ নিৰ্ঘণ্ট।

মাতৃ : আমাৰ শোক হৈছে। ভয় হৈছে। আমাৰ জীৱন শেষৰ ফালে গতি কৰিছে। এই জীৱন শেষ হ'লেই তোমাক এৰি যাবগৈ লাগিব। সেই দুঃখে আমাক যন্ত্ৰণা দিছে।

ৰত্নাকৰ : হাঃ হাঃ হাঃ। ভৰপূৰ নদীত ডিঙিলৈকে ডুব গৈ থাকি কোনোবাই জানো নদী শুকাই গলে কি হ'ব বুলি ভয় কৰে? দুখ কৰে? ফলৰ ভৰত নিম্নমুখী ডালপাতেৰে সুদৃশ্যমান গছৰ তলত থিয় হৈ যদি কোনোবাই এই গছ

শীতকালি শুকাই গ'লে কি হ'ব বুলি ৰোদন কৰে তেন্তে মোৰ জানো হাঁহি নুঠিব?

মাতৃ : পুত্ৰ মোৰ-

ৰত্নাকৰ : ভৱিষ্যতকলৈ ইমান ব্যগ্ৰতা কিহৰ? ভৱিষ্যত এক অহেতুক বিহ্বলতা মাথোন। ব্যস্ত হোৱা বৰ্তমানৰ সৈতে। মই তোমালোকৰ বৰ্তমান। অহেতুক কল্পনাত মগ্ন হৈ কিয় নিজক ক্লিষ্ট কৰা।

পিতৃ : আনন্দ। যোগ্য পুত্ৰৰ যোগ্য উত্তৰ। আনন্দ।

মাতৃ : আনন্দ।

পিতৃ : ধৰ্ব্বাহ দুটি প্ৰাণীক তুমি জীৱনৰ অমৃত প্ৰাণ কৰালা পুত্ৰ।

মাতৃ : অমৃত অমৃত।

পিতৃ : অচিন ঠাইত চন্দ্ৰহীন ৰাতি পথ-প্ৰদৰ্শক পোৱা অনিশ্চিত, কিন্তু তুমি আমাৰ জীৱনলৈ চন্দ্ৰৰূপেই আহিলা পোহৰ কৰিবলৈ। হয়তো ময়েই সেই জীৱিত পিতৃ, যি পুত্ৰৰ মুখৰ বাক্যাহাৰ সেৱন কৰিয়েই জীয়াই থাকিবলৈ সক্ষম।

মাতৃ : এজোপা সুগন্ধি ফুলেই সমস্ত বননি সুগন্ধিময় কৰি তোলাৰ দৰেই তুমি আমাৰ বংশৰ নাম উজলাই তুলিবলৈ সক্ষম হোৱা পুত্ৰ মোৰ।

ৰত্নাকৰ : আশীৰ্বাদ যদি দিবই খুজিছা, তেনে সেই আশীৰ্বাদ দিয়া যাতে মই পৰাভূত নহওঁ। কৃপণৰ ধনৰ দৰে অহৰহ সঞ্চিত থাকে যাতে মোৰ দেহৰ শক্তি। শক্তিৰে জিনিব পাৰি জগত। শক্তিতেই নিহিত থাকে সন্মান; শক্তিতেই জিলিকি থাকে বন্ধু-বান্ধৱৰ শুভেচ্ছাৰ ঐশ্বৰ্য। মোক সেই শক্তিৰেই জীয়াই থাকিবলৈ আশীৰ্বাদ দিয়া।

(তিনিও সোমাই যায়। ৰত্নাকৰৰ পুত্ৰ আৰু পত্নী সোমাই আহে)

পত্নী : তুমি দুষ্ট হৈছা

পুত্ৰ : মই কিয় দুষ্ট হৈছো?

পত্নী : শুনা, এনেদৰে ফুৰিলে নহ'ব। তুমি বহুত ডাঙৰ কাম কৰিবলৈ নিজক যোগ্য কৰি তুলিব লাগিব।

পুত্ৰ : মই কিয় নিজক যোগ্য কৰি তুলিব লাগিব?

পত্নী : তুমি নেজানানে এজন শ্ৰেষ্ঠ পুৰুষৰ পুত্ৰ।

পুত্ৰ : মই কিয় শ্ৰেষ্ঠ পুৰুষৰ পুত্ৰ?

পত্নী : সেয়াই তোমাৰ সৌভাগ্য। তুমি তোমাৰ পিতৃৰ পুত্ৰৰূপে জগতে চিনি পাব লাগিব।

পুত্র : জগত কি বস্তু? খেলাবস্তু নেকি? মোক জগত এটা আনি দিয়া মই খেলো।

পত্নী : আঃ পুত্র মোৰ। তুমি সকলো বুজিও নুবুজাৰ দৰে আচৰণ কিয় কৰা? নে তুমি একো কথা বুজিয়েই নোপোৱা। তোমাক যি কোনো শ্ৰেষ্ঠ খাদ্য, শ্ৰেষ্ঠ ভূষণ দিয়া স্বত্বেও তোমাৰ পৰা আশানুৰূপ সমৰ্থন পোৱা নাই কিয়? তোমাৰ প্ৰকৃততে কিহৰ অভাৱ?

পুত্র : মোৰ কি অভাৱ?

পত্নী : নুশুনাবা পুত্র মোৰ নুশুনাবা- মোক একো নুশুনাবা। মোৰ দুঃচিন্তা হৈছে তোমাক লৈ

পুত্র : কিয় দুঃচিন্তা হৈছে?

পত্নী : জলপূৰ্ণ হ'বলৈ মানুহে পুখুৰী খান্দে। মৃৎকুম্ভ আনে সেই জল ঘৰলৈ আনিবলৈ আৰু সৰুপাত্ৰ লয় সেই জল পান কৰিবলৈ।

পুত্র : জল পান কিয় কৰে?

পত্নী : নুসুধিবা আৰু একো প্ৰশ্ন নুসুধিবা। মোৰ দুঃচিন্তাৰ পৰিধি পাৰ হৈ যাব এতিয়া। সেই সীমা অতিক্ৰম কৰিবলৈ নিদিবা। হে' মোৰ চঞ্চল প্ৰাণ- কি কৰো- কি কৰো মোৰ পুত্ৰক লৈ-

গীত : যি গছত ফুল নাই
তাৰ বেদনা জানানে
যি ফুলত ফল নাই
তাৰ বেদনা জানানে
ফুলো আছে ফলো আছে
বেদনা কিয় ক'বানে?
(পুত্ৰই অবোধভাৱে চাই থাকে)

## দৃশ্য-৩

কোৰাচ ঃ এনে সময় আছেনে যি দিনো নহয় ৰাতিও নহয়

কোৰাচ ঃ এনে পুৰুষ থাকেনে যি পুৰুষো নহয় নাৰীও নহয়

কোৰাচ ঃ এনে বৰণ থাকেনে যি শ্যামও নহয় শ্বেতও নহয়

কোৰাচ ঃ এনে জীৱ থাকেনে যি খোজকাঢ়ি নুফুৰে উৰিও নুফুৰে কিম্বা সাঁতুৰি নাদুৰি নুফুৰে পানীত

কোৰাচ ঃ এনে জীৱ থকা জানো সম্ভৱ?

কোৰাচ ঃ সম্ভৱ

কোৰাচ ঃ কি জীৱ

কোৰাচ ঃ লেটা

কোৰাচ ঃ লেটা?

কোৰাচ ঃ ইতো বেলেগ জীৱ নহয়, ই মাত্র পখিলাৰ এটা ৰূপ; এটা অৱস্থা

কোৰাচ ঃ মানুহ লেটা হয়নে?

কোৰাচ ঃ কেনেকৈ সম্ভৱ?

কোৰাচ ঃ তুমি কেনেকৈ নিশ্চিত যে আজিৰ মানুহৰ যি ৰূপ কালিলৈও সেই ৰূপতে থাকিব

কোৰাচ ঃ তেনে বৰ্তমানত মানুহ অসম্পূৰ্ণ?

কোৰাচ ঃ তেনে মানুহৰ পৰিচয় কোনটো?

কোৰাচ ঃ নিজকে লেটাৰ পৰা পখিলালৈ ৰূপান্তৰ ঘটাব পৰাৰ সক্ষমতাই মানুহৰ পৰিচয়

কোৰাচ ঃ একেখনেই হাবি

কোৰাচ ঃ একেই পথ মাজেদি গৈছে।

কোৰাচ ঃ মানুহ আহিছে গৈছে, যিদৰে আহিছে শীত-বসন্ত কিম্বা শৰৎ

কোৰাচ ঃ কোন সেইয়া কোন আহিছে?

কোৰাচ ঃ কুণ্ডলী পকাই উঠা ধোঁৱাৰ দৰে শুক্ল আৰু কোমল দাড়ি-চুলিৰে দুই বৃদ্ধ।

কোৰাচ ঃ গম্ভীৰ নিৰ্বিকাৰ খোজ

কোৰাচ ঃ যেন দুজোপা ফলপূৰ্ণ বৃদ্ধ বনস্পতিয়েহে বাট বুলিছে বনৰ মাজৰ এই সংকীৰ্ণ পথেদি

কোৰাচ ঃ এয়া, তেখেতসকল আহি পালে

(কোৰাচ যায়। দুই বৃদ্ধ আহে)

প্ৰথম ঃ বৰ দীঘল এই পথ

দ্বিতীয় ঃ দুয়োফালে ডাঠ বননি। সূৰ্যৰ কিৰণে হয়তো কোনোদিন স্পৰ্শ কৰা নাই ইয়াৰ ভূ-ভাগ।

প্ৰথম ঃ তথাপি সুন্দৰ এই বন

দ্বিতীয় ঃ আমি ভূমণ্ডলৰ কোন দিশে?

প্ৰথম ঃ আকাশ মেঘাচ্ছন্ন বাবে সূৰ্যলৈ চাই দিক নিৰ্ণয়ৰ কোনো সুবিধাই নাই

দ্বিতীয় ঃ কেনেদৰে আগবাঢ়িম

প্ৰথম ঃ এটি মাত্ৰ পথ থাকিলে সেই পথেৰে আগবঢ়াৰ বাহিৰে অন্যথা কিবা থাকে জানো।

দ্বিতীয় ঃ নাই নেথাকে।

প্ৰথম ঃ নিস্তব্ধ বননিৰ মাজত এই পথদিয়েই আমি আগবাঢ়িব লাগিব

নেপথ্যত ঃ স্তব্ধ কৰ গতি

ৰত্নাকৰ

প্ৰথম ঃ নৱবস্ত্ৰ ছিন্ন কৰাৰ দৰে কোনে আৰ্তনাদ কৰি অৰণ্যৰ মাজৰ গভীৰ নিৰৱতা চূৰ্ণ কৰে

দ্বিতীয় ঃ কোনোবা বিপদত পৰিছে নেকি

প্ৰথম ঃ বিপদত পৰিলেও জানো সহায় কৰিবৰ জোখাৰে আমাৰ শক্তি হ'ব

দ্বিতীয় ঃ সামৰ্থ্য অনুযায়ী..............

(ৰত্নাকৰ আহে)

ৰত্নাকৰ ঃ কত চিঞৰিলো মই গতি স্তব্ধ কৰিবৰ বাবে, কিন্তু হে মুৰ্খ বৃদ্ধ- চিকাৰীৰ হাতৰ পৰা পলাই যাব খোজা ক্ষুদ্ৰ জন্তুৰ দৰে মোলৈ তইঁতে ভ্ৰক্ষেপ নকৰি নিজৰ যাত্ৰাত অবিচল হৈ আছ।

প্ৰথম ঃ তুমি আমাক আমাৰ গতি স্তব্ধ কৰিবৰ বাবে আহ্বান জনাইছিলা?

ৰত্নাকৰ ঃ এই অৰণ্যত জানো আছে আৰু চতুৰ্থজন মানুহ?

দ্বিতীয় ঃ হে' অচিন যুৱক- আমি এই ঠাইৰ অপৰিচিত। তুমি যদিও আহ্বান জনাইছিলা। এই দুই সূৰ্যৰ উপাসকে সেই সংকেত বুজিব নোৱাৰিলো।

প্ৰথম : তুমি কিবা বিপদত পৰিছা নেকি হে' যুৱক। যদি কিবা সাহায্য এই দুই উপাসকে কৰিব পাৰে তেনে নিশ্চয় কৰিব, কোৱা।

ৰত্নাকৰ : বিপদ আৰু মই? আকাশৰ মেঘক বিজুলীয়ে শুনাইছে বিপদৰ খবৰ। ঢৌৱে সাগৰক সুধিছে সাহায্যৰ প্ৰয়োজনৰ কথা

প্ৰথম : হে যুৱক- কোন তুমি?

ৰত্নাকৰ : মোৰ পৰিচয়? অৰণ্যৰ গৰ্ভত হাতত অস্ত্ৰ লৈ গতি স্তব্ধ কৰিবলৈ কোৱা নিৰ্ভীকজনক দেখিও নেপালিনে মোৰ পৰিচয় হে'ৰ' অধম বৃদ্ধ।

দ্বিতীয় : হে'ৰা উদ্ধত যৌৱন। তুমি আমাক এনে নীচ ভাষাত সম্বোধন কৰিছা কিয়? বয়সৰ জোখাৰেতো আমি সন্মান পাবৰে যোগ্য।

ৰত্নাকৰ : নাই নাই। তেনে নিয়মৰ বশৱৰ্তী নহয় ৰত্নাকৰ। নিজৰ নিয়ম নিজেই নিৰ্মাণ কৰোঁ। সকলো নিয়ম হেলাৰঙে ভংগ কৰোঁ।

প্ৰথম : কিন্তু আমাৰ সৈতে তোমাৰ সম্পৰ্ক কি?

ৰত্নাকৰ : খাদ্য আৰু খাদকৰ

দ্বিতীয় : কি অৰ্থ কৰিছা হে' শক্তিৰ অধিকাৰী

ৰত্নাকৰ : পৰৰ সঞ্চিতৰ সজোৰ সংগ্ৰহেণৰে মই মোক পোহপাল নিয়াও।

প্ৰথম : পৰৰ সঞ্চিতৰ সজোৰ সংগ্ৰহ

দ্বিতীয় : লুণ্ঠন?

প্ৰথম : ই ক্ষণিকৰ ধেমালিনে তোমাৰ বৃত্তি

ৰত্নাকৰ : বৃত্তি নিঃসন্দেহে। বনৰ মাজত থাকো বাবে সদায় কিঞ্চিত বাক্য বিনিময় কৰোঁ মোৰ চিকাৰৰ সৈতে। যিদৰে ক্ষুদ্ৰ মুচিকৰ সৈতে ক্ৰীড়া কৰে ৰসিক বিড়ালে। মোৰ পোহপালৰ বাবে তহঁতৰ হাতৰ সঞ্চিত মোৰ হাতত অৰ্পণ কৰ।

দ্বিতীয় : কেৱল তোমাৰ পোহপালৰ বাবে

প্ৰথম : তোমাৰ আৰু কোনো নাই? কোনো আত্মীয় নাই?

দ্বিতীয় : পিতৃ-মাতৃ, পত্নী-পুত্ৰ?

প্ৰথম : কোনো নাই বাবে তুমি বনৰ মাজত থাকা। আস্- তোমাৰ কি দুৰ্ভাগ্য। বনৰ মাজত থাকি থাকি তুমি হিংস্ৰ হৈ পৰিলা। হায়, তোমাৰ দুখৰ সমভাগী আমি-

ৰত্নাকৰ : বন্ধ কৰ অপলাপ। দুৰ্ভাগ্যৰো ইমান সাহ হোৱা নাই যে মোৰ কাষ চাপে

প্ৰথম : তোমাৰ শক্তিৰ ওপৰত ইমান আস্থা-

দ্বিতীয় : বনৰ বাহিৰত যে এখন পৃথিৱী আছে সেই বিষয়ে তুমি জানানে নেজানা?

ৰত্নাকৰ : মুৰ্খ! বাহিৰৰ পৃথিৱীৰ বাবেই মই এই বনৰ মাজত। বাহিৰৰ পৃথিৱীৰ অধিৰাজ হ'বলৈয়ে মোৰ এই লুণ্ঠন। মোৰ এই লুণ্ঠনেৰেই মোৰ একান্ন পৰিয়াল পোহপাল যায়।

দ্বিতীয় : তোমাৰ পৰিয়ালৰ সদস্যসকলে এই লুণ্ঠনৰ বিষয়ে সজ্ঞান?

ৰত্নাকৰ : নিশ্চয়

দ্বিতীয় : তুমি যে অন্যায় কৰিছা

প্ৰথম : পৰৰ সামগ্ৰী লুণ্ঠন কৰি পাপ অৰ্জন কৰিছা

ৰত্নাকৰ : পাপ, অন্যায়

প্ৰথম : তুমি নেজানা

দ্বিতীয় : তুমি নেভাবা

ৰত্নাকৰ : প্ৰয়োজন নাই

প্ৰথম : প্ৰত্যেকেই নিজৰ পাপ-পূণ্যৰ জোখ-মাখ ৰাখিব লাগিব। ই নিদান-

দ্বিতীয় : এই নিদান তুমি ভংগ কৰিছা-

ৰত্নাকৰ : কিন্তু লুণ্ঠনৰ দ্বাৰা হোৱা উপাৰ্জনেৰেই মই মোৰ জ্যেষ্ঠজনক, মোৰ সন্মানীয়জনক, মোৰ স্নেহভাজনক অন্ন-বস্ত্ৰ, সুখ-সম্ভোগৰ ব্যৱস্থা কৰিছো। এয়া কেনেকৈ পাপ হ'ব পাৰে। পোহপাল দিয়া পাপ হ'ব পাৰে কেতিয়াবা?

প্ৰথম : এই বননিৰ মাজত থকা একমাত্ৰ পথটোৰ দৰে তোমাৰ উপাৰ্জনৰ বাবে কি লুণ্ঠনৰ পথহে খোলা আছিল?

দ্বিতীয় : সকলো মানুহেইতো লুণ্ঠনেৰে পোহপাল যোৱা নাই।

ৰত্নাকৰ : মই, মই ৰত্নাকৰ। যিদৰে চন্দ্ৰ এটা, সূৰ্য এটা, ৰত্নাকৰো এটা।

প্ৰথম : তোমাৰ এই পাপকাৰ্যৰ বাবে তোমাৰ সন্মানীয়জনৰ, তোমাৰ স্নেহভাজনৰ অনুমোদন আছেনে?

ৰত্নাকৰ : অনুমোদন !!

দ্বিতীয় : যিদৰে উচ্চাৰিলা শব্দটি অনুভৱ হয় তুমি প্ৰথমবাৰৰ বাবে শুনিলা শব্দটি-

ৰত্নাকৰ : অনুমোদন?

প্ৰথম : তুমি ক'লা তোমাৰ পৰিয়ালৰ বাবেই তুমি এই পথ লৈছা; তেন্তে হাতত অস্ত্ৰ লৈ বীৰদৰ্পে অৰণ্যত লুণ্ঠন চলাবলৈ তেওঁলোকৰ অনুমোদন তুমি পাইছা নিশ্চয়-।

দ্বিতীয় : যদি পৰিয়ালৰ কথা কোৱাই তেন্তে তেওঁলোকৰ অনুমোদন নিতান্তই প্ৰয়োজন।

প্ৰথম : তোমাক এই পথ ল'বলৈ কোনেও কেতিয়াও বাধা দিয়া নাইনে?

ৰত্নাকৰ : বাধা? কোনে? কিয়?

দ্বিতীয় : তোমাৰ কাৰো সৈতে সম্পৰ্ক নাই নেকি? তুমি পৰিয়ালৰ মাজত থাকিও দ্বীপৰ দৰে সংযোগহীন নেকি?

প্ৰথম : হয় হয়। তোমাৰ সৈতে কাৰো সম্পৰ্ক নাই। তুমিও তেওঁলোকক ভাল নোপোৱা। তেওঁলোকেও তোমাক ভাল পাবলৈ সুবিধা পোৱা নাই।

ৰত্নাকৰ : নাই নাই নাই হ'ব নোৱাৰে। মই দ্বীপ নহয়, মোৰ সম্পৰ্ক আছে। মোৰ পিতৃ আছে- আছে মাতৃ। হিয়া প্ৰেমেৰে ওপচাই সুন্দৰী পত্নী আছে; আছে যোগ্য পুত্ৰ। সেই সকলোবিলাকক মই ভাল পাওঁ। মোৰ প্ৰেম আছে তেওঁলোকৰ প্ৰতি। মোৰ এই দুঃসাহসী কাৰ্যৰ প্ৰেৰণা তেওঁলোকৰ প্ৰতি থকা মোৰ অকৃত্ৰিম ভালপোৱা। কঁইটীয়া ফলে অভ্যন্তৰত বীজ লুকুৱাই থোৱাৰ দৰে মোৰ হৃদয়ত তেওঁলোকৰ প্ৰতি ভালপোৱা আছে।

দ্বিতীয় : তোমাৰ তেওঁলোকলৈ উৎসৰ্গিত প্ৰেমৰ বিপৰীতে তেওঁলোকেও চাগে তোমাক ভাল পায়।

ৰত্নাকৰ : নিশ্চয়। ভাল পাবই লাগিব।

প্ৰথম : তুমি কৰা পাপৰ ভাগ তেওঁলোকে তেন্তে নিশ্চয় বহন কৰিব।

দ্বিতীয় : যিদৰে ডালপাত ফল-ফুলৰ ভাৰ গছে বহন কৰে।

ৰত্নাকৰ : পাপৰ ভাগ?

দ্বিতীয় : কিয় নল'ব নেকি? তুমিয়েইতো ক'লা, তেওঁলোকৰ প্ৰতি থকা প্ৰেমৰ বাবেই তুমি এনে অসীম সাহসী বৃত্তিৰ পথ বাচি লৈছা।

প্ৰথম : কাঠফুলাৰ দৰে তুমি ভূমিহীন নেকি যে তোমাৰ কৰ্মৰ দায়িত্ব কোনেও নল'ব। তোমাৰ পিতৃ-মাতৃ, আত্মীয়-স্বজন কোনেও?

ৰত্নাকৰ : পাপৰ ভাগ?

দ্বিতীয় : তুমি নিশ্চিত নহয় নেকি?

ৰত্নাকৰ : পাপৰ ভাগ? তোমালোকৰ মুখৰ এই শব্দ মোৰ বাবে অৰণ্যলৈ ন-কৈ অহা এটি অচিন পক্ষীৰ মাত যেন লাগিছে, যি পক্ষীৰ মাত শুনিবলৈ মই ইচ্ছাও নকৰো।

প্ৰথম : ইচ্ছা নকৰিলেও তুমি সেই পক্ষীৰ মাত স্তব্ধ কৰিব পাৰিবা জানো?

দ্বিতীয় : নদীৰ সোঁত বন্ধ হয়নে যুৱক?

প্ৰথম : যি প্ৰশ্ন তুমি এদিন নহয় এদিন সুধিবই লাগিব, সেই প্ৰশ্ন আজিয়েই *সুধি উত্তৰ জানি লোৱা*

ৰত্নাকৰ : কিন্তু এতিয়া মই কি কৰো?

দ্বিতীয় : সহজ পন্থা। ঘৰলৈ যোৱা আৰু সকলোকে সুধি আঁহা।

ৰত্নাকৰ : হাঃ হাঃ হাঃ

প্ৰথম : কিয় হাঁহিছা?

ৰত্নাকৰ : ভুল কৰিছ। মোক অবোধ বুলি ভাবি ভুল কৰিছ। চিকাৰী কুকুৰক পথভ্ৰষ্ট কৰি সাৰি যাব খোজা শৃগালৰ দৰে তহঁতৰ স্থূল বুদ্ধি। ধিক্ ধিক্।

প্ৰথম : নাই নাই। আমি তেনেদৰে ভবা নাই

দ্বিতীয় : কদাচিতো তোমাৰ সন্মুখৰ পৰা পলাই যোৱাৰ বুদ্ধি কৰা নাই

প্ৰথম : তুমি কোৱা ঠাইতে আমি নৱৰোপিত বৃক্ষৰ দৰে থিয় দি থাকিম।

ৰত্নাকৰ : পিঞ্জৰাবদ্ধ বন্য জন্তু, শঠ বন্ধু আৰু লুণ্ঠিত হ'বলৈ উপক্ৰম হোৱা মানুহক মই কেতিয়াও বিশ্বাস নকৰো।

প্ৰথম : এটা উপায় দিওঁ।

ৰত্নাকৰ : উপায়?

প্ৰথম : আমাক তোমাৰ সুবিধাজনক এজোপা গছত বান্ধি থৈ যোৱা।

দ্বিতীয় : তেনেই সহজ কথা

ৰত্নাকৰ : বান্ধি থৈ যাম?

দ্বিতীয় : তোমাৰ সেই বন্ধন এই দুই ক্ষীণাংগই অতিক্ৰম কৰিব নোৱাৰো যুৱক।

ৰত্নাকৰ : কিন্তু কিয়? কিয় তহঁতে মোক পাপ-পূণ্যৰ ভাগ সম্বন্ধে ইমান সচেতন কৰিবলৈ ওলাইছ?

প্ৰথম : তুমি জ্ঞাত হৈছাই। আমি সূৰ্যৰ উপাসক। সূৰ্যজ্যোতিৰ উৎস। সেই জ্যোতিয়েই এই ব্ৰহ্মাণ্ড।

দ্বিতীয় : সেই জ্যোতিতেই থাকে সকলো প্ৰশ্ন সকলো উত্তৰ। পাপ-পূণ্য, হৰ্ষ-বিষাদ সকলোৰে উৎস সূৰ্য। যদিও ভূ-মণ্ডলৰ পৰা একেটা সূৰ্যকে সকলোৱে দেখে তথাপি প্ৰতিজনৰ বাবে সেইটো নিজস্ব সূৰ্য। নিজৰ সূৰ্যৰ ওচৰত মানুহে এদিন হ'লেও এদিন নিজৰ প্ৰশ্নবিলাক সুধিবলৈ বাধ্য। গতিকে যি কাম অনিবাৰ্য, সি শীঘ্ৰে হোৱাই উচিত নহয় জানো?

প্ৰথম : যোৱা যুৱক, ঘৰলৈ যোৱা। আমাক তোমাৰ নিৰ্বাচিত এজোপা গছত সংলগ্ন কৰা আৰু যোৱা। ঘুৰি আহি আমাৰ হাতৰ পৰা সঞ্চিত সংগ্ৰহ কৰিবাহি।

ৰত্নাকৰ : কিন্তু.....

দ্বিতীয় : কিন্তুৰ অৱকাশ নেৰাখিবা যুৱক।

(ৰত্নাকৰে দুয়োকে বান্ধে)

ৰত্নাকৰ : বুদ্ধিত বান্ধ খাইছে। মোৰ ইচ্ছা নাছিল।

প্ৰথম : কোন কেতিয়া কিহত বান্ধ খাই কোনে জানে?

ৰত্নাকৰ : উত্তৰ লৈ মই যথাশীঘ্ৰে উভতি আহিম। কোনো আক্ৰমণৰ প্ৰতি ত্ৰাসিত হোৱাৰ কাৰণ নাই। যিদৰে বাঘৰ বাসভূমিত সামান্য মাংসাহাৰীয়ে অগাদেৱা নকৰে সেইদৰে মোৰ চৰাচৰ ভূমিতো কোনো বিপদে খোজ নিদিয়ে। ভুলতো যদি কোনোবা আহে তেন্তে ঈশ্বৰৰ নাম জপ কৰাদি মোৰ নাম-জপ কৰিবি, যাওঁ। অপেক্ষা- (প্ৰস্থান)

প্ৰথম : আহা আমি সূৰ্যৰ উপাসনা কৰো।

(উপাসনা আৰম্ভ কৰে যৌথভাৱে)

হে পোহৰৰ অনুভৱ মহাসৃষ্টিৰ
তুমি সৎ তুমি নিৰ্ভীক তুমি স্থিৰ
তুমিয়েই প্ৰথম তুমিয়েই শেষ
তুমিয়েই আনন্দ তুমিয়েই ক্লেশ।
তুমিয়েই আকাৰ তুমিয়েই বৰণ
তুমিয়েই ৰূপ-গন্ধ তুমিয়েই আচৰণ
তুমিয়েই প্ৰশ্ন তুমিয়েই উত্তৰ
তুমিয়েই আশা হতাশজনৰ
তুমিয়েই শক্তি তুমিয়েই অস্ত্ৰ
তুমিয়েই শক্তিমন্ত্ৰক কৰিছা নিৰস্ত্ৰ
তুমিয়েই জীৱ তুমিয়েই প্ৰাণ
তুমিয়েই সৃষ্টি তুমিয়েই জ্ঞান
তুমিয়েই সৃষ্টি তুমিয়েই জ্ঞান
তুমিয়েই সৃষ্টি তুমিয়েই জ্ঞান।।

## দৃশ্য-৪

(ৰত্নাকৰৰ ঘৰ। পিতৃ-মাতৃ বহি আছে)

মাতৃ : মাতৃৰ মন দুখেৰে ভাৰাক্ৰান্ত হয় যদি পুত্ৰ থাকে দূৰে

পিতৃ : পুত্ৰৰ সংগত থকা সুখ পৃথিৱীৰ শ্ৰেষ্ঠ সুখ। পুত্ৰবিচ্ছেদ-প্ৰাণবিচ্ছেদ সমতুল্য

(ৰত্নাকৰ আহে)

মাতৃ : মোৰ সুখৰ নিধান, আজি অন্যদিনতকৈ সোনকালে ঘৰলৈ ঘূৰিলা কিয় ?

পিতৃ : স্বাস্থ্যৰ কিবা বিসংগতিয়ে দেখা দিছে নেকি ?

মাতৃ : নে পুত্ৰবধুৱে যথোচিত খাদ্য নিদিলে, ক্ষুধাৰ জ্বালাত পুনৰ ঘৰলৈ ঘূৰি আহিছা

ৰত্নাকৰ : তেনে একো ঘটা নাই

পিতৃ : তেন্তে ? নিজ কৰ্ম ত্যাগ কৰি ঘৰলৈ ঘূৰি অহাজন মূৰ্খ।

ৰত্নাকৰ : কৰ্মইহে মোক ঘৰলৈ আনিছে। এটা প্ৰশ্নৰ উত্তৰৰ সন্ধানত মই ইয়ালৈ আহিছো।

মাতৃ : কি এনে গভীৰ প্ৰশ্ন বাচা মোৰ।

ৰত্নাকৰ : মই তোমালোকক সুখ দিব পাৰিছো জানো।

পিতৃ : হাঃ হাঃ হাঃ। মই সুখী। কঠিন আবৰণেৰে ঢাকি ৰখা পক্ক বিল্বফলৰ দৰেই তোমাৰ সৌষ্ঠৱপূৰ্ণ দেহৰ ভিতৰত ইমান কোমল এখন অন্তৰ যে আছে জানি সুখী হ'লো দুগুণ। তোমাৰ এই মনোভাৱত মই সুখী বাচা, যিদৰে বৃষ্টিৰ আগমনত সুখী হয় কৃষক।

মাতৃ : কোনো দ্বিধাভাৱ নাৰাখিবা বাচা।

ৰত্নাকৰ : তোমালোকৰ বাবে এই সুখ মই কেনেকৈ কঢ়িয়াই আনো তোমালোকে জানা নহয় ?

মাতৃ : সেইবোৰ প্ৰসংগনো কিয় বাচা? মৎস্যৰ সোৱাদেই পানীত নমাৰ কষ্ট পাহৰাই নোতোলে জানো। খোৱাৰ সময়ত পানীত নমাৰ কষ্টৰ কথা ভাবিলে মৎস্যৰ স্বাদ বিনষ্ট হয়।

ৰত্নাকৰ : আজি দুজন সূৰ্যৰ উপাসকে মোক ক'লে, মই যিদৰে অৰ্থসংগ্ৰহ কৰিছো সেই কাৰ্যত বা তোমালোকৰ অনুমোদন আছেনে নাই?

পিতৃ : অনুমোদন?

ৰত্নাকৰ : তদুপৰি মোৰ এই অৰ্থসংগ্ৰহত যি পাপ হৈছে সেই পাপৰ ভাগ ল'বানে নাই? হে' পিতৃ মোৰ, হে' স্নেহৰ আকৰ মাতৃ, নল'বানে মোৰ পাপৰ ভাগ? অনুমোদন নকৰিবানে?

পিতৃ : পাপৰ ভাগ?

মাতৃ : তোমাৰ পাপৰ ভাগ?

ৰত্নাকৰ : হয়, মোৰ পাপৰ ভাগ গ্ৰহণ কৰিবানে যিদৰে ডালপাতৰ ভাৰ গ্ৰহণ কৰে মূল গছে-?

পিতৃ : ইমান সাহ তোমাৰ। তোমাৰ উপাৰ্জনেৰে প্ৰতিপালিত হ'লো বুলিয়েই মৃত সৰ্পতুল্য তোমাৰ পাপ মালাৰ দৰে আমাৰ ডিঙিত পিন্ধাবলৈ আহিছা।

ৰত্নাকৰ : কেনে বাক্য নিক্ষেপ কৰিছে ?

পিতৃ : উচিত বাক্য

ৰত্নাকৰ : উচিত বাক্য। এনে বাক্য মোৰ বাবে উচিত? প্ৰাপ্য?

পিতৃ : দুৰ হ, দুৰ হ- হেৰ' অধম পুত্ৰ। তোৰ মুখ ভাদ্ৰচতুৰ্থীৰ চন্দ্ৰৰ দৰে অদৃশ্যতব্য। মই নেখাই মৰিবলৈ প্ৰস্তুত। কিন্তু তোৰ দৰে অধমৰ সৈতে বাক্য-বিনিময়ৰ বাবে প্ৰস্তুত নহয়। প্ৰয়োজন নাই- প্ৰয়োজন নাই এই ঘৰৰ। প্ৰয়োজন নাই সুকোমল শয্যাৰ- য'ত এই অধমৰ নাম অংকিত হৈ থাকে। বানপ্ৰস্থ গ্ৰহণ কৰিম। বনত বাস কৰিম। অৰণ্যজীৱীৰ আহাৰ হ'ম। তথাপি তোৰ পাপৰ ভাৰ নল'ম। হে অধম পুত্ৰ, তোৰ কৃতকৰ্মৰ সমগ্ৰ দায়িত্ব তোৰ নিজৰ; দুৰ হ দুৰ হ।

ৰত্নাকৰ : বাক্কলহত লিপ্ত হ'ব খোজা নাই মই পিতৃ। মাত্ৰ মই জানিবৰ বাবেহে-

মাতৃ : হে' নৱনীত মোৰ। বৃদ্ধ অৱস্থাত পিতৃ-মাতৃক প্ৰতিপাল কৰা সকলো পুত্ৰৰে দায়িত্ব তথা কৰ্তব্য। তুমি কেনেদৰে সংগ্ৰহ কৰি আমাক পোহপাল দিছা আমাৰ ধৰ্তব্য নহয়। তুমি লুণ্ঠন কৰি, যদি কাৰোবাক হত্যা কৰিও আনিছা সেয়া তোমাৰহে দায়িত্ব। আমি সেই দায়িত্ব গ্ৰহণ কৰিবলৈ অপাৰগ বাচা।

পিতৃ : নিষ্প্ৰয়োজন। এই কৃতঘ্নক বুজোৱা নিষ্প্ৰয়োজন। পৃথিৱীৰ পোহৰ দেখুওৱা এই পিতৃ-মাতৃক যি পুত্ৰই পাপৰ ভাৰ দিবলৈ আহে তেনে পুত্ৰক ত্যাগ কৰাই উচিত। ব'লা এই স্থান ত্যাগ কৰো।

মাতৃ : হে' পুত্ৰ মোৰ। তোমাৰ পিতৃ বিমৰিষ হৈছে। পিতৃয়ে সদায় নিজৰ পুত্ৰই পিতৃৰ বাবে বনত থাকি হ'লেও সকলো কষ্ট স্বীকাৰ কৰিবলৈ প্ৰস্তুত থকা বুলি ভাবি ভাল পায়। পিতৃৰ সত্য তথা সন্মান ৰক্ষা কৰিবৰ বাবে পুত্ৰই বছৰৰ পাছত বছৰ কষ্টৰ জীৱন-যাপন কৰিব পাৰিব বুলি পিতৃয়ে আশা কৰে। সেয়ে বাচা মোৰ-

(ৰত্নাকৰ যায়)

পিতৃ : কেনে কুষ্মচ পুত্ৰ মোৰ! পৰান্নভোজীৰ দুখ আজি হৈছে। ত্যাগ কৰো এই স্থান, ত্যাগ কৰো। বানপ্ৰস্থী হওঁ।

(কোৰাচ আহে)

কোৰাচ : ত্যাগ কৰিব খুজিছা-

পিতৃ : নিশ্চয়

কোৰাচ : বানপ্ৰস্থী হ'ব খুজিছা

কোৰাচ : পুত্ৰ-বিচ্ছেদৰ দুখ সহ্য হ'ব?

কোৰাচ : পুত্ৰ-বিচ্ছেদ প্ৰাণবিচ্ছেদ সমতুল্য

মাতৃ : চেষ্টা কৰিম- কৰিব লাগিব।

কোৰাচ : কিয় পুত্ৰক ত্যাগ কৰিব খুজিছা?

পিতৃ : পুত্ৰৰ পাপৰ ভাৰ বহন কৰিব নোৱাৰো।

কোৰাছ : তোমালোকে জানিবলৈ চেষ্টা কৰা উচিত নাছিল নে যে তোমাৰ পুত্ৰই কেনেদৰে কোনপথেদি উপাৰ্জন কৰিছে?

কোৰাচ : তোমালোকে অজ্ঞৰ অভিনয় কৰা নাছিলানে?

কোৰাচ : তোমালোকে মৌন হৈ থাকি নিজপুত্ৰক পাপকাৰ্যৰ বাবে উৎসাহ যোগোৱা নাছিলানে?

পিতৃ : পুত্ৰৰ দায়িত্ব পিতৃ-মাতৃক বৃদ্ধাবস্থাত প্ৰতিপাল কৰা।

মাতৃ : আমিও তেওঁক স্নেহ দিছো।

কোৰাচ : পিতৃ-মাতৃৰ দায়িত্ব নাই পুত্ৰক সৎপথত ৰখাৰ?

কোৰাচ : এয়া কি স্নেহ, যি স্নেহ অটুত থাকোতে পুত্ৰই হাতত অস্ত্ৰ তুলি লয়?

কোৰাচ : এনে কিবা কাম কৰিছিলানে যাৰ বাবে নিজৰ পুত্ৰক অস্ত্ৰ লৈ লুণ্ঠন কৰাৰ পৰা বাৰণ কৰিবলৈ সাহ হয়?

পিতৃ+মাতৃ : এনে কিবা কাম?

কোৰাচ : পুত্ৰৰ পাপৰ ভাৰ বহন কৰিবলৈ অপাৰগ হোৱা পিতৃ-মাতৃ, তোমালোকৰ পাপৰ দায়িত্ব অন্ততঃ লোৱা

পিতৃ : আমাৰ পাপ?

কোৰাচ : নিজৰ দায়িত্ব পালন নকৰাৰ পাপ।

কোৰাচ : সেই পাপৰ দায়িত্ব লোৱা। সেই পাপৰ ভাৰেই মৃত-সৰ্পৰ মালাৰ দৰে ডিঙিত পিন্ধা।

কোৰাচ : নিজ হাতে

পিতৃ : পাপৰ ভাৰ?

কোৰাচ : মৃত-সৰ্পৰ মালা।

কোৰাচ : পিন্ধা

(সকলো সোমাই যায়। ৰত্নাকৰ দমদমাই ওলাই আহে পাছে পাছে পত্নী)

পত্নী : কি হৈছে মোৰ প্ৰিয়জন। ইমান উত্তেজিত হৈ পৰিছে কিয়?

ৰত্নাকৰ : প্ৰমাণ লাগে, প্ৰমাণ

পত্নী : কিহৰ প্ৰমাণ বিচাৰিছে?

ৰত্নাকৰ : তুমি যে মোক ভালপোৱা তাৰ প্ৰমাণ দিয়া।

পত্নী : ভালপোৱাৰ প্ৰমাণ? হায়! কি শুনিছো মই? প্ৰেমৰ প্ৰমাণ নাথাকে।

ৰত্নাকৰ : থাকে, থাকে। থাকিব লাগিব। দিয়া প্ৰমাণ দিয়া।

পত্নী : দিনে-নিশাই মই আপোনাৰ নাম হৃদয়ত কঢ়িয়াই লৈ ফুৰিছো। যিকোনো সুন্দৰ বস্তু দেখাৰ লগে লগে মোৰ আপোনালৈ মনত পৰে তেন্তে সেইয়াই কি মোৰ হৃদয়ত থকা প্ৰেমৰ বিষয়ে বুজাবলৈ যথেষ্ট নহয়।

ৰত্নাকৰ : নহয় নহয় আৰু প্ৰমাণ লাগে

পত্নী : প্ৰতিদিনেই এজন ভয়ানক শক্তিশালী নায়কে মোক আপোনাৰ পৰা আঁতৰাই উৰুৱাই লৈ গৈ বন্দী কৰি থোৱাৰ দিবাস্বপ্ন দেখো। সেই শক্তিশালী নায়কে মোক প্ৰেম নিবেদন কৰে মই প্ৰত্যাখ্যান কৰো। বুকুত মিঠা মিঠা ভয় এটা লৈ মই আপোনাৰ বীৰত্বপূৰ্ণ আগমনলৈ অপেক্ষা কৰো। গছৰ বান্দৰকে সোধো মোৰ বনবাসী স্বামীক দেখিছানে? অমৃতধাৰী শক্তিশালী নায়ককো হেলাৰঙে বধ কৰি আপুনি মোক উদ্ধাৰ কৰি বুকুত সুমুৱাই লোৱাৰ স্বপ্ন দেখো। এই স্বপ্ন জীৱন্ত সোণৰ হৰিণ থকা যিদৰে অসম্ভৱ সেইদৰে অসম্ভৱ বুলি জানিও দেখো। যিকোনো অসম্ভৱ বস্তুৱেই আপুনি আনি দিব পাৰিব বুলি ভাবি ভাল পাওঁ। আপুনি

যে মোৰ বীৰ স্বামী। এয়া আপোনাৰ প্ৰতি থকা প্ৰেমৰ বাহিৰে অন্য কি কওক।

ৰত্নাকৰ ঃ মই যে তোমাক ভাল পাওঁ সেই কথাত তুমি নিঃসন্দেহনে?

পত্নী ঃ কি অমংগলীয়া কথা কৈ শুনাইছে? হে' দেৱতাসকল, মোক ৰক্ষা কৰা। মোৰ স্বামী অসুস্থ হৈ মোৰ ওচৰলৈ আহিছে। মোক কোনোদিন নোসোধা প্ৰশ্নৰে ব্যতিব্যস্ত কৰি তুলিছে। কোনোবা ৰাক্ষসে এয়া আপোনাৰ বেশ ধৰি আহিছে নেকি? হে' দেৱতাসকল- এই অবলাক ৰক্ষা কৰা। মোৰ স্বামীয়ে এয়া কি কথা কৈছে শুনা-

ৰত্নাকৰ ঃ মই তোমাক কিদৰে পোহপাল দিছো সেইকথা তুমি জানা?

পত্নী ঃ হে দেৱতাসকল, নাচাবা, ৰং নাচাবা। মোৰ দৰে নিৰীহক আৰু ছলনা নকৰিবা।

ৰত্নাকৰ ঃ মই তোমাক পোহপাল 'দিবলৈ উপাৰ্জন কৰোতে যি পাপ কৰিছো, সেই পাপৰ ভাগ ল'বানে তুমিও?

পত্নী ঃ হায় হায় হায়! এনে বাক্য শুনাৰ আগতে মোৰ মৃত্যু নহ'ল কিয়? (কান্দি) মোৰ স্বামীয়ে মোৰ প্ৰতি থকা প্ৰেম হেৰুৱাই পেলালে। মই এতিয়াহে বুজিছো জলহীন সৰোবৰৰ বেদনা।

গীত ঃ

উকা আকাশ উকা বতাহ
উকা উকা গছৰে আগ
উকা পথাৰ উকা পাহাৰ
উকা উকা মোৰ দেহৰে ভাজ
(ৰত্নাকৰ যায়গৈ)

পত্নী ঃ কিয় মই চকুলোৰে বাট নেদেখা হৈছো? (কান্দে)
(কোৰাচ আহে)

কোৰাচ ঃ চকুৰ পানী

কোৰাচ ঃ প্ৰেম

কোৰাচ ঃ সতীত্ব

কোৰাচ ঃ চলনা

কোৰাচ ঃ চলনা

কোৰাচ ঃ প্ৰেমবুলি

কোৰাচ ঃ সতীত্ব বুলি

| | | |
|---|---|---|
| কোৰাচ | ঃ | চকুৰ পানী বুলি |
| পত্নী | ঃ | কি কৰো কি কৰো, মইযে নিৰুপায় |
| কোৰাচ | ঃ | কিয় নিৰুপায় |
| পত্নী | ঃ | মই যে অবলা |
| কোৰাচ | ঃ | কিয় অবলা |
| পত্নী | ঃ | মইযে জটিলতা একো বুজি নাপাও |
| কোৰাচ | ঃ | কিয় কিয় |
| পত্নী | ঃ | মই যে দুৰ্ব্বল মই সৰল, মই অবলা (কান্দে) |
| কোৰাচ | ঃ | গছৰ পাতত থকা পলু দেখিছা? পলুৱে মাংসহাৰী পক্ষীৰ পৰা ৰক্ষা পাবলৈ নিজৰ গাৰ বৰণটো ব্যৱহাৰ কৰে। |
| কোৰাচ | ঃ | নিজৰ গাৰ বৰণ মিলা ৰঙৰ পাতত নিজে আশ্ৰয় লয়। |
| কোৰাচ | ঃ | পাপৰ দায়িত্বৰ পৰা ৰেহায় পাবলৈ তুমি তোমাৰ প্ৰেম, সতীত্ব আৰু চকুপানীৰ আশ্ৰয় লৈছা। |
| পত্নী | ঃ | নিদিবা (কান্দে) মোৰ প্ৰেমৰ কোনো নাম নিদিবা। |
| কোৰাচ | ঃ | প্ৰেম এনে হয়নে যি প্ৰিয়জনৰ হাতত অস্ত্ৰলৈ লুণ্ঠনৰ বাবে অনুপ্ৰাণিত কৰিব পাৰে? |
| | | (পত্নীৰ কান্দোন ঢাপে ঢাপে বেচি হৈ গৈ থাকে) |
| কোৰাচ | ঃ | তুমি তোমাৰ প্ৰেম দিয়াৰ নামত তেওঁক লুণ্ঠনৰ বাবে অনুপ্ৰেৰণা জনোৱা নাছিলানে? |
| কোৰাচ | ঃ | তুমি এবাৰো তেওঁক লুণ্ঠনৰ পথ হঠকাৰী বুলি সকীয়াই দিয়াৰ প্ৰয়োজন অনুভৱ কৰা নাছিলানে? |
| কোৰাচ | ঃ | তুমি নিজক বাৰে বাৰে তেওঁৰ ওচৰত সমৰ্পন কৰি লুণ্ঠনৰ প্ৰতি উৎসাহিত কৰা নাছিলনে? |
| কোৰাচ | ঃ | উত্তৰ দিয়া |
| কোৰাচ | ঃ | এনে কিবা কাম কৰিছিলানে যাৰ বাবে তেওঁক লুণ্ঠনৰ পৰা বিৰত ৰাখিবলৈ তোমাৰ সাম্যৰ্থ হয়? |
| | | (পত্নী কান্দি কান্দি গুচি যায়) |
| কোৰাচ | ঃ | গুচি গ'ল। |
| কোৰাচ | ঃ | লোটক নিগৰাই গুচি গ'ল। |
| কোৰাচ | ঃ | যেন ঔষধ দিব নোৱাৰি স্বৰ্গলাভৰ আশীৰ্বাদ দি গুছি গ'ল কোনো বৈদ্য। (ৰত্নাকৰে পুত্ৰক লৈ আহে। কোৰাচ যায়) |

ৰত্নাকৰ : কিয় এনে হ'ল মোৰ পুত্ৰ? মোৰ ভাষা কিয় বুজি নেপায়। সকলো দুৰ্লভ বস্তুৰে তাক প্ৰতিপালন কৰিছো। একো বস্তুৰে অভাৱ অনুভৱ কৰিবলৈ দিয়া নাই। মোৰ ভাষা সি কিয় বুজি নেপায়।

পুত্ৰ : ভাষা কি বস্তু। খোৱা বস্তু নেকি? মই ভাষা খাওঁ, ভাষা খাওঁ।

ৰত্নাকৰ : যি পুত্ৰই পিতৃৰ সৈতে বাৰ্তালাপ কৰিবৰ সক্ষম নহয়, তেনে পুত্ৰৰ শীতৰ ৰাতিৰ দৰে নিৰুত্তাপ। আঁতৰ হোৱা। তুমি পাপৰ ভাগ ল'ব নেলাগে।

পুত্ৰ : কি পাপৰ ভাগ? মোক লাগে।

ৰত্নাকৰ : ল'বা? পাপৰ ভাগ ল'বা?

ৰত্নাকৰ : লাগে। মোক ভাগ লাগে, পাপৰ ভাগ লাগে। সৰহকৈ লাগে। সকলোতকৈ সৰহকৈ লাগে। ইমানখিনি পাপৰ ভাগ লাগে। দিয়া দিয়া দিয়া।

ৰত্নাকৰ : যোৱা পুত্ৰ- আৰু বিৰক্ত নকৰিবা।

পুত্ৰ : মোক পাপৰ ভাগ লাগে লাগে..............

ৰত্নাকৰ : তুমি কি বহন কৰিবলৈ সক্ষম? তুমি যোৱা।

(পুত্ৰ যায়)

গীত :

ৰাজ্য আছে ৰজা আছে
ধন-ঐশ্বৰ্য ভৰি আছে
হাঁহি আছে সুখ আছে
মুখত মিষ্ট ভাষা আছে
কিনো ৰজা কিনো হ'ল
ধন-ঐশ্বৰ্য উৰি গ'ল
কিনো ৰজা কিনো হ'ল
মৰুভূমিত পৰি ৰ'ল
(গুৰু আহে)

গুৰু : সিক্ত নববস্ত্ৰৰ দৰেই দেখোন তোমাৰ মুখৰ বৰণ গধুৰ।

ৰত্নাকৰ : মোক উদ্ধাৰ কৰক গুৰুদেৱ, উদ্ধাৰ কৰক।

গুৰু : উদ্ধাৰ আৰু তোমাক? কি কোৱা হে' জ্যোতিষ্মান? দেহত কান্তি উড়ন্ত ঘোঁৰাৰ, দুহাতত উল্লাস পৃথিৱী জয় কৰাৰ। তেনে এজন শক্তিমানক মই আৰু' উদ্ধাৰ কৰিব লাগে। এনে কি ঘটনা ঘটিল? আশীৰ্বাদ গ্ৰহণ কৰা।

ৰত্নাকৰ : আপুনি আশীৰ্বাদ দিছে। বাৰে বাৰে আশীৰ্বাদ দিছে শক্তিশালী হোৱাৰ। সেই আশীৰ্বাদ আজি মোৰ সন্মুখত কোনো অপুত্ৰকক পুত্ৰশোকৰ অভিশাপ দিয়াৰ বাবে পুত্ৰলাভ হোৱাৰ দৰে উপস্থিত হৈছে।

গুৰু : কি হৈছে প্ৰকৃততে?

ৰত্নাকৰ : মই উপাৰ্জন কৰোতে যি পাপ হৈছে সেই পাপৰ ভাৰ আপুনি গ্ৰহণ কৰিবনে? মোৰ উপাৰ্জনৰ অংশ আপোনাৰ চৰণতো সভক্তিৰে অৰ্পণ কৰিছো। আজি দুই সূৰ্যৰ উপাসকে এনে এক প্ৰশ্ন মোৰ সন্মুখত মূৰ্তমান কৰি তুলিছে। গ্ৰহণ কৰিবনে মোৰ পাপৰ ভাগ?

গুৰু : কোনে শুনালে এনে অৰ্থহীন বাক্য? কণাদ দুই সূৰ্য উপাসকে? হায় হায় হায়! পাপৰ ভাৰ? কি অৰ্থহীন শব্দ। তোমাক শুনোৱা হ'ল আৰু তুমি ব্যস্ত হৈ পৰিলা? মোৰ দুখ হৈছে। পশুৰাজ সিংহ চিকাৰীৰ জালত পৰাৰ দৰে চক্ৰান্তকাৰীৰ কবলত তুমি হেন শক্তিশালী কিয় পৰিলা? কি প্ৰয়োজন দুই বৃদ্ধৰ কথা শুনাৰ? কি প্ৰয়োজন? উপেক্ষা কৰা উপেক্ষা কৰা। নিজ পথত অবিচল থাকা। বুদ্ধিমান সেইজনেই যি এনে প্ৰশ্নৰ উত্তৰ নিবিচাৰি নিজৰ পথত অবিচল থাকে। যি নিজৰ কৰ্মত সন্দেহ কৰিছে তেওঁ তেওঁহে নাথাকে; বেলেগ হৈ যায়। গতিকে হে' কৰ্মঠ যোৱা কামত অগ্ৰসৰ হোৱা।

গুৰু : পাপ, পূণ্য। কোনে শিকালে এই শব্দ? যদি শিকালে এই শব্দ? যদি তোমাৰ কৰ্মৰ পৰা কেইবাজনৰো লাভ হয় তেনে সেই কৰ্ম পাপ হ'বই নোৱাৰে। শব্দৰ পৰিভাষা নজনাকৈ এনে শব্দৰ পাছত ঘূৰি ফুৰাটো মূৰ্খামি। গতিকে হে' কৰ্মময়- তুমি উপেক্ষা কৰা। সূৰ্য উপাসকৰ প্ৰশ্ন ভাল কৃষকে ৰ'দ-বৰষুণ উপেক্ষা কৰাদি কৰা। এটাই শব্দ মনত ৰাখিবা সেইয়া সফলতা। সফলতাৰ দিশত অগ্ৰসৰ হোৱা আৰু সকলো উপেক্ষা কৰা।

ৰত্নাকৰ : উপেক্ষা? সম্ভৱনে?

গুৰু : যোৱা, কৰ্মত প্ৰবৃত্ত হোৱা। মোৰ আশীৰ্বাদ সদায় তোমাৰ লগত আছে। তুমি মোৰ আশীষধন্য বুলি ভাবিবলৈ যাতে মোক সদায় সুবিধা দিয়া।

(কোৰাচ আহে)

কোৰাচ : বুদ্ধিমান তুমি।

গুৰু : নিশ্চয়।

কোৰাচ : পাপৰ ভাৰ নলওঁ বুলি নক'লা।

কোৰাচ : ল'বও নোৱাৰো।

কোৰাচ : দৃষ্টিকে সলাই দিলা।

কোৰাচ : উপেক্ষাৰ উপদেশ দিলা।

কোৰাচ : তোমাৰ পাপৰ ভাৰ বহন কৰিব পাৰিবানে?

কোৰাচ : দৃষ্টি সলোৱাৰ পাপৰ ভাৰ। সেয়া কিন্তু তোমাৰ..
(গুৰু যাব খোজে)

কোৰাচ : কিয় পলাব খুজিছা?

কোৰাচ : কাৰ ওচৰৰ পৰা পলাব খুজিছা?

কোৰাচ : ৰত্নাকৰৰ প্ৰশ্নৰ পৰা পলাব কিন্তু নোৱাৰিবা?।

কোৰাচ : গ্ৰীষ্মকালীৰ আকাশত শগুন ঘূৰাদি তোমাৰ মূৰৰ ওপৰত এই বিলাক প্ৰশ্ন ঘূৰি থাকিব।

কোৰাচ : উপেক্ষা কৰিবলৈ ক'লা

কোৰাচ : উপেক্ষা কৰা সম্ভৱনে

কোৰাচ : গ্ৰহণ লাগিলে বুলিয়েই সূৰ্যক উপেক্ষা কৰা যায়নে

কোৰাচ : গীত গালে পেটৰ ভোক নাইকীয়া হয়নে

কোৰাচ : ধনুৰ পৰা ওলাই যোৱা কাঁড় কেতিয়াবা পুনৰ ঘূৰি আহেনে

কোৰাচ : শিল পানীত গলি যায়নে
(গুৰু বহি পৰে)

## দৃশ্য-৫

(বননি। ৰত্নাকৰ ভাগৰুৱাভাৱে সোমাই আহে। সূৰ্য উপাসকদ্বয় পূৰ্বৰ স্থানতে আছে বন্ধা অৱস্থাত)

ৰত্নাকৰ : আস্! মোৰ ভৰিকেইখন ইমান গধুৰ লাগিছে। নিজৰ অৱয়ৱতকৈ যেন মই দীঘল আৰু লেতু-সেতু হৈ পৰিছো। কি হৈছে মোৰ। সদায় আহি থকা চিনাকি পথটো ইমান দুৰ্গম যেন লাগিছে কিয়? দেহাটো ইমান ভাগৰুৱা লাগিছে। ক'ত আছে আপোনালোক? হে সূৰ্যৰ উপাসকসকল- মই যে আপোনালোকক দেখা পোৱা নাই।

প্ৰথম : এয়া এইখিনিত।

ৰত্নাকৰ : কিন্তু মই নেদেখো কিয়? ইমান জ্যোতি কিহে বিকিৰণ কৰিছে?

প্ৰথম : তুমি আমাক ইয়াত বান্ধি থৈ যাওঁতে আকাশ মেঘাচ্ছন্ন আছিল।

দ্বিতীয় : এতিয়া চোৱা আকাশ মেঘমুক্ত হ'ল। সূৰ্যৰ পোহৰ আমাৰ গাত পৰিছে। তুমি এন্ধাৰৰ মাজেদি আহিছা বাবে চকুত জিলমিল কৰিছে। এইফালে আঁহা।

(ৰত্নাকৰ আহি দুয়োৰে হাত খোলে)

প্ৰথম : পালানে উত্তৰ?

দ্বিতীয় : পাপৰ ভাৰ ল'বনে?

ৰত্নাকৰ : কিয় ভেদিলে এই দুটা শব্দৰ শৰৰে

প্ৰথম : শব্দৰ শৰ?

ৰত্নাকৰ : মোৰ বাবে মোৰ পিতৃ-মাতৃ, পত্নী-পুত্ৰ কোনো অন্ধৰ একমাত্ৰ সহায়ৰ হাত-ভৰি, চকু-কাণসদৃশ আছিল। সেই সকলোবিলাক এই শব্দৰ শৰ মাৰি কিয় ভেদ কৰিলে?

দ্বিতীয় : কিয় কিবা দুৰ্ঘটনা হ'ল নেকি?

প্ৰথম : পাপৰ ভাগ ল'বনে নলয়?

ৰত্নাকৰ : এই প্ৰশ্নৰ উত্তৰ বিচাৰি গৈ মই মধ্যাহ্নৰ সূৰ্য মূৰত লৈ বিশাল মুকলি পথাৰত থিয় হৈ থকা উলংগ শিলামূৰ্তিৰ দৰে হ'লো।

দ্বিতীয় : সঁচাই তোমাৰ এনে অনুভৱ হৈছে।

ৰত্নাকৰ : মিথ্যাচাৰ মোৰ স্বভাৱ। কটুৰ বচন মোৰ জিহ্বাৰ পৰিচয়। কিন্তু হে' উপাসকসকল, মই এতিয়া আপোনালোকৰ সন্মুখত মিছা মাতিবলৈ অক্ষম।

প্ৰথম : তেনে তুমি ভাগ্যবান।

ৰত্নাকৰ : ভাগ্যবান! মই! এটা উলংগ শিলামূৰ্তি?

দ্বিতীয় : মধ্যাহ্নৰ সূৰ্য মূৰত লৈ উলংগ হ'ব পৰাৰ সৌভাগ্য সকলোৰে জীৱনত নঘটে

প্ৰথম : সুবিধা কিন্তু সকলোৰে জীৱনলৈ আহে।

দ্বিতীয় : যি এই সুবিধা গ্ৰহণ কৰিব পাৰে, তেওঁ নিজক নিৰ্মাণ কৰিব পাৰে।

ৰত্নাকৰ : নিজক নিৰ্মাণ?

দ্বিতীয় : জীৱন ইমান দীঘল নহয় যে একেটা বিন্দুতে লাগি থাকিব পাৰি

প্ৰথম : জীৱন ইমান চুটিও নহয় যে সকলো পাহৰি পেলাব পাৰি।

দ্বিতীয় : সময় আহিছে। যি হৈ আছা সেয়া হ'বলৈ অস্বীকাৰ কৰাৰ সময় আহিছে।

ৰত্নাকৰ : হে' সূৰ্যৰ উপাসকসকল- কওক এতিয়া, মই কি কৰিম? মোৰ কৰ্মৰ পাপে মোক অকলশৰীয়া কৰি তুলিলে। কওক, কি কৰো?

প্ৰথম : তোমাক আমি পথ প্ৰদৰ্শন কৰিবলৈ অহা নাই। তুমি লুণ্ঠনৰ পথ গ্ৰহণ কৰিছিলা। সন্মুখত হাজাৰটা পথ উন্মুক্ত থকা অৱস্থাতেই।'

দ্বিতীয় : এতিয়াও তোমাৰ সন্মুখত সকলো পথেই খোলা আছে। তোমাৰ পছন্দৰ বাট তুমি ল'ব পাৰিবা। পাপৰ ভাৰ ল'বও পাৰিবা তেতিয়া-।

ৰত্নাকৰ : মোৰ পৰিয়ালৰ প্ৰতি থকা ভাল পোৱাৰ বাবেই মই লুণ্ঠন কৰিছো। বাৰে বাৰে আপোনালোকে তাক পাপকাৰ্য বুলি কৈ আছে কিয়? ভাল পোৱা জানো পাপ হ'ব পাৰে?

প্ৰথম : তোমাৰ পৰিয়ালৰ প্ৰতি যিমান ভাল পোৱা আছে তাতকৈ বহুত বেছি ঘৃণা আছে অন্যৰ প্ৰতি। তোমাৰ ঘৃণাই তোমাক কৰি তুলিলে হিংস্ৰ। ঘৃণা আৰু হিংস্ৰতাই তোমাৰ প্ৰেমৰ ওপৰত এনে হস্তীচাপ পেলালে যে প্ৰেম তোমাৰ বাবে কেৱল শ্ৰুতিমধুৰ এক উচ্চাৰণ হৈ পৰিল। তুমি

ঘৃণা আৰু হিংস্ৰতাৰ দ্বাৰা নিয়ন্ত্ৰিত, প্ৰেমৰ দ্বাৰা নহয়।

ৰত্নাকৰ : কিন্তু মোৰ ত্যাগ ?

দ্বিতীয় : সেয়া কি ত্যাগ, য'ত বিলাসৰ আহ্বান প্ৰকট। তোমাৰ বিলাসবহুলতাৰ প্ৰতি নিত্য-বৰ্দ্ধনশীল যি লালসা সেয়া কিমান হিংস্ৰ।

প্ৰথম : এতিয়া তুমি যি পথ ল'বা, সেয়াই হ'ব তোমাৰ পৰিচয়

ৰত্নাকৰ : পৰিচয়-

প্ৰথম : জগতলৈ সকলোৱেই উলংগ হৈয়েই আহে। কিন্তু পোছাক বেলেগ বেলেগ পিন্ধে বাবেই আমি তেওঁক চিনি পাওঁ, তেওঁ কোন জাতিৰ কোন সংস্কৃতিৰ-

দ্বিতীয় : ক্ষন্তেক আগতে নিজক উলংগ মূৰ্তিৰ দৰে অনুভৱ হৈছিল। এতিয়া যি সাজ পিন্ধিবা সেয়াই হ'ব তোমাৰ সংস্কৃতিৰ পৰিচয়।

প্ৰথম : আমাক লুণ্ঠন কৰিবানে ?

দ্বিতীয় : যদি কৰা সোনকালে কৰা

ৰত্নাকৰ : অসম্ভৱ অসম্ভৱ

প্ৰথম : তেনে বিদায়

দ্বিতীয় : বিদায়............ (দুয়োৰে প্ৰস্থান)

ৰত্নাকৰ : বিদায়। বিদায়। বিদায়।
বিদায়। বিদায়। বিদায়। বিদায়।

ৰত্নাকৰ : কি বিদায় দিলো ? কি বিদায় দিলো। এটা ধুমুহা, এটা আগ্নেয়গিৰি, এটা উতলা পানীৰ হ্ৰদ- এটা তেজখোৱা চৰাই- বিদায় বিদায়। মোৰ কিয় ভয় হৈছে। মোৰ দেহ ইমান তপত হৈছে যেন মোৰ স্পৰ্শত ভাপ হৈ উৰি যাব সকলো সৰোবৰৰ পানী। মোক কি লাগে। মই কি বিচাৰো ?

(কোৰাচ আহে)

কোৰাচ : তুমি কি বিচাৰা

কোৰাচ : তুমি এয়া বিচাৰা (ৰত্নাকৰক এটা জঁটা দিয়ে)

কোৰাচ : নিবিচাৰানে-

কোৰাচ : নিবিচাৰানে-

(ৰত্নাকৰে বিচাৰো বুলি মূৰ জোকাৰে। সকলোৱে ৰত্নাকৰক জঁটা পৰিধান কৰাই দিয়ে। ৰত্নাকৰে এঠাইত তপস্যা কৰিবলৈ বহাদি বহে)

কোৰাচ : কি বিচাৰিছা

ৰত্নাকৰ : নিজক

কোৰাচ : কি পাইছা

ৰত্নাকৰ : উঁই-হাফলুৰ দৰে সৰু সৰু অসংখ্য টিলাৰ এখন প্ৰাচীন পৃথিবী আৰু মোক।

কোৰাচ : কি দেখিছা নিজৰ মাজত

ৰত্নাকৰ : এগৰাকী নাৰী, এটা উৰন্ত বান্দৰ, এজন ভয়ানক প্ৰেমিক

কোৰাচ : নাৰী-বান্দৰ-প্ৰেমিক

ৰত্নাকৰ : নেগুৰৰ জুই মুখেৰে নুমুৱাব পৰাৰ সাহস কৰিব পৰা বান্দৰ। প্ৰেমিকবিলাক জীয়াই থকাৰ বাতৰি দিব পৰা বান্দৰ। ভয়ানক প্ৰেমিকৰ খং আৰু দুৰ্বলতা।

কোৰাচ : তোমাৰ সম্ভাৱনাবিলাক জীৱন্ত কৰা।

কোৰাচ : চকু মেলা

কোৰাচ : চকু মেলি চোৱা

কোৰাচ : তুমি সম্ভাৱনাময় এখন বিশাল জগতত আছা। চকু মেলি চোৱা। (কোৰাচ যায়। ৰত্নাকৰে চকু খোলে। ব্যাধ আহে হাতত ধনু লৈ)

ৰত্নাকৰ : সম্ভাৱনা।

ব্যাধ : চিকাৰ কৰাৰ অনেক কৌশল আছে। জাল পাতি ধৰা। গাঁত খান্দি থৈ জন্তু খেদি তাত পেলাই ধৰা। ধনুৰে কাঁড় মাৰি চিকাৰ কৰা। চিকাৰ যদি কৰিবই লাগে তেন্তে কাঁড় মাৰিয়েই মাৰিব লাগে। উড়ন্ত জীৱক একেপাত কাঁড়ৰে মাটিত পেলোৱা কি সামান্য প্ৰতিভাৰ কথা!
(চৰাইৰ মাত)
সৌৱা এহাল ক্ৰৌঞ্চ চৰাই, প্ৰেমত মত্ত। কেনেদৰে নিমিষতে ভূপতিত হ'ব তাৰে এটা। ৰ'হ, এই জুৰিছো কাঁড়। যাঃ এৰিলো
(কাঁড় এৰে। চৰাইৰ কোঢ়াল। ব্যাধে অট্টহাস্য কৰে, নৃত্য কৰে। চৰাই সংগ্ৰহ কৰে)

ৰত্নাকৰ : মৈথুনৰত ক্ৰৌঞ্চযুগলৰ কৰিলি এটিক বধ। কস্মিনকালেও নেপাবি প্ৰতিষ্ঠা, তই হেৰ' নিষাদ।

(চৌদিশে মংগলধ্বনি বাজি উঠে। ফুল ছটিয়াই ৰত্নাকৰলৈ। ব্যাধ যায়। বেকগ্ৰাউণ্ডত 'মা নিষাদ...............' শ্লোকটো বাজি উঠে)

ৰত্নাকৰ : কি হ'ল, কি হ'ল- মোৰ কি হ'ল? নিৰ্বাক পৃথিৱী সবাক হ'ল কিয়? ধূপৰ ধোঁৱাৰে উপচি পৰিল চৌদিশ। শীততে প্ৰকট হ'ল যেন বসন্তৰ সুবাস।

কি হ'ল মোৰ? প্ৰেমৰত এহাল ক্ৰৌঞ্চ-চৰাইৰ মৃত্যুত ওপজা শোকাৰ্তমনৰ পৰা এইয়া সুমধুৰ কি ওলাল। হে' মহাপ্ৰজ্ঞ- এইয়া মোৰ মুখৰ পৰা কি ওলাল। এইয়া কি সৃষ্টি হ'ল (কোৰাচ আহে)

কোৰাচ : এইয়া কাব্য এইয়া যে কাব্য।

কোৰাচ : প্ৰেমৰ কাব্য

ৰত্নাকৰ : কাব্য?

কোৰাচ : প্ৰথম কাব্য। বীণ বা তন্ত্ৰীৰ সুৰৰ দৰে সুৰ, প্ৰেমৰ কাব্য।

কোৰাচ : তুমি কবি নামে পৰিচিত হ'লা

ৰত্নাকৰ : কবি? এয়া কি শুনাইছা?

কোৰাচ : প্ৰথমজন কবিৰ এয়া ভূমিষ্ঠ হ'ল।

কোৰাচ : কোনো ব্যাধে কেতিয়াও প্ৰতিষ্ঠা লাভ নকৰিব। চিকাৰী যিমানেই প্ৰতিভাশালী নহওক কিয় ইতিহাসে তাক স্মৰণ নকৰিব। কিন্তু হে' কবি, তুমি তোমাক নিজেই প্ৰতিষ্ঠা কৰিলা।

কোৰাচ ' - কোনো ব্যক্তি তেওঁৰ সৃষ্টিতকৈ মহৎ নহয়। কিন্তু তোমাৰ সৃষ্টিয়েই মহৎ সেয়ে তুমি মহৎ ।

কোৰাচ : হে' পৃথিৱী, তুমি ভাগ্যৱান, কাৰণ তুমি মানুহ লাভ কৰিছা। যি মানুহে সমস্ত প্ৰতিকূলতাৰ মাজতো বহন কৰি লৈ ফুৰে প্ৰেমৰ পদ্য।

কোৰাচ : হে আদি কবি, তুমি ধন্য, তোমাৰ অন্তৰ্নিহিত প্ৰেমৰ কাব্যৰ বাবে

কোৰাচ : আ-হা, যি মানুহে প্ৰেমৰ পদ্য ৰচনা কৰিবলৈ সক্ষম, সেই মানুহৰ বন্দনা কৰো, প্ৰণাম জনাওঁ মানুহৰ সম্ভাৱনাক।

গীত ঃ

তুমি নিজক মেঘ সাজা
যদি দিব খোজা বৰষুণ
বুকুত তোমাৰ সেই জল আছে
যি মেঘ হৈ দিয়ে বৰষুণ।

যৱনিকা

# দুঃসময়ৰ নক্সা

(পূৰ্ণাংগ নাট)

ভৱ পূজাৰী

<u>চৰিত্ৰসমূহ</u> ঃ

০১। অনুৰণ

০২। অৰুণাভ

০৩। ৰামলাল

০৪। বিশাখা

০৫। বকুলী

০৬। দিবাকৰ চৌধুৰী

০৭। বৰ্মণ

০৮। গৌতম দত্ত

০৯। ৰহমান

১০। অৰূপ

## ১ম নাট্যক্ষণ

[চহৰৰ দূৰৱৰ্তী আওঁহতীয়া অঞ্চল এটাৰ পদপথ (Footpath)। সময় সন্ধ্যা। মঞ্চত পোহৰ কম। সমুখৰ অট্টালিকা এটাৰ পৰা এছাটি পোহৰ আহি পদপথত পৰিছেহি। মঞ্চৰ Right down অংশত অৰুণাভ বহি আছে। মাজে মাজে কাযেদি পাৰ হৈ যোৱা গাড়ীৰ পোহৰে চৰিত্ৰটো পোহৰাই তুলিছে। অদূৰৰ পৰা ক্ৰিকেট কমেণ্ট্ৰী ভাঁহি আহিব। অনুৰণ সোমাই আহে)]

অনুৰণ : এক্সকিউজ মি। (অৰুণাভৰ কোনো সঁহাৰি নাই) হেৰি শুনকচোন। বোলো শুনিছেনে?

অৰুণাভ : (বিৰক্তিৰে) মোক কৈছে?

অনুৰণ : হয় আপোনাকেই।

অৰুণাভ : কওকচোন।

অনুৰণ : (কি ক'ব থিৰাং কৰিব নোৱাৰি) মানে.........., অকণমান চূণ হ'ব নেকি?

অৰুণাভ : নাই, মই চাদা নাখাওঁ।

অনুৰণ : চাদা ময়ো নাখাওঁ, তামোল খাবলৈহে।

অৰুণাভ : মই তামোলো নাখাওঁ।

অনুৰণ : হয় নেকি? (নিজকে কোৱাৰ দৰে) হোঁঃ, জীয়াই থকাৰ কি দুৰ্বাৰ আশা।

অৰুণাভ : বুজি নাপালো।

অনুৰণ : নাই আপোনাক কোৱা নাই। (পুনৰ আঁতৰি আহে)

অৰুণাভ : ছেঃ, এই মানুহটো যাব যাব বুলি কিমান ঘাট চাম? সৌৱা আৰু ভালকৈ বহিহে ল'লে। (অনুৰণৰ কাযলৈ আহি) সময় বাৰু কিমান হ'ল?

অনুৰণ : নাই, মই ঘড়ী পিন্ধা নাই।

অৰুণাভ : তথাপিও!

অনুৰণ : এই ধৰক সাত-চাৰে সাত।

অৰুণাভ : এৰা, দিন-কাল ভাল নহয়। এইবোৰ ঠাইত বেছি সময় থকা উচিত নহয়। আজিকালি নিশা যিমানে হয়, চহৰখন ভয়াৱহ হৈ গৈ থাকে। কিয় বাতৰি-কাকতত পোৱা নাই?

অনুৰণ : সৌৱা আকৌ বহিল। কি বিপদ! আঁতৰ হোৱাৰ নাম-গোন্ধেই নাহ! নাই পোহৰ, নাই বতাহ, নাই যি নাই সৌ গুম্‌টিখন খোলাৰো কোনো কাৰণ নাই। ড্ৰেইনৰ গেলা গোন্ধটো লৈ কি কৰিবলৈ বহি আছে? মানুহবোৰৰ যে ৰুচিবোধ! বতাহ খাবলৈ আৰু ঠাই পোৱা নাই? (ওলাই যায়)

অৰুণাভ : ৰক্ষা তেও। যাব নেকি? আৰে আৰে......., আকৌচোন ঘূৰিহে আহিছে! কি সুখত বোন্দামহৰ কামোৰ খাই ইয়াত বহি আছে? নাযাওঁ, ময়ো নাযাওঁ বাপ্পেকে— ৰাতিটো আগত লৈ ওলাই আহিছো। (বহি পৰে) (ক্ৰিকেট কমেণ্ট্ৰী ডাঙৰ হয়)
হেৰি, সিহঁতৰ স্ক'ৰ কিমান হ'ল? কিবা গম পাইছেনে?

অৰুণাভ : নাই নাপাওঁ। মই আজি বৰ ব্যস্ত আছিলো বুইছেনে?

অনুৰণ : হয় আপোনাক দেখাত বেচ ভাগৰুৱা যেন লাগিছে। আচলতে আপোনাৰ দৰে ব্যস্ত মানুহৰ বাবে বিশ্ৰামৰ বৰ প্ৰয়োজন।

অৰুণাভ : অৰ্থাৎ?

অনুৰণ : আচলতে মই ক'ব খুজিছিলো— ক'ব খুজিছিলো........ বাৰু বাদ দিয়ক সেইবোৰ। গাংগুলীৰ কাণ্ডখন চাওকচোন। টচত জিকিছে বেটিং ল'ব লাগে।

অৰুণাভ : এৰা চাওকচোন! সেইখন পিট্‌চত টাৰ্গেট ফ'ল' কৰিব পাৰেনে কোনোবাই?

অনুৰণ : ঠিক কৈছে আপুনি। এইক্ষেত্ৰত মই আপোনাৰ সৈতে একমত। আচ্ছা, ক'ৰবাত লগ পোৱা যেন লাগিছে। ঘৰ বাৰু ইয়াতে নেকি? মানে আপুনি লোকেল নেকি?

অৰুণাভ : বৰ্তমান লোকেলৰ যি সংজ্ঞা তাৰে চালে মই ইয়াৰ লোকেল নহয়। মোৰ ঘৰলৈ ইয়াৰ পৰা চৈধ্য কিলোমিটাৰ।

অনুৰণ : (হাঁহি) আপুনি দেখিছো বেছ ৰসিক। ঠিকেই কৈছে আজিকালি লোকেলটো বৰ সৰু হ'ল।

অৰুণাভ : চাওকচোন! লখিমপুৰৰ মানুহটো গুৱাহাটীত লোকেল নহয়, তেজপুৰৰ মানুহটো ধেমাজিত লোকেল নহয়। (হাঁহি) মোক আপুনি মোকদেখিব

পাৰে। মই এই ঠাইলৈ প্ৰায়েই আঁহো। আজি কেইদিনমান আহিয়েই আছো।

অনুৰণ : ময়ো মাজে মাজে এইখিনিতে বহোহি, ভাল লাগে। চহৰখনত নিৰ্জন ঠাই অকণমান নাইকিয়া হ'ল।

অৰুণাভ : কিয় ইমানবোৰ পাৰ্ক থাকোতে?

অনুৰণ : নোৱাৰি বুইছে, নোৱাৰি। চব দুষ্ট-দগাবাজৰ আড্ডা হ'ল। (হঠাৎ কাৰেণ্ট আহে)

অৰুণাভ : কাৰেণ্ট আহিল।

অনুৰণ : অহা-যোৱাৰ নো কি মানে আছে? লুকা-ভাকুহে!

অৰুণাভ : আচ্ছা, সাঁথৰ এটা কওঁ— মানে সোধো!

অনুৰণ : সোধক।

অৰুণাভ : দিনত থাকে, ৰাতি নাথাকে, নালাগিলে পায়, লাগিলে নাই?

অনুৰণ : বিজুলী (দুয়ো হাঁহে) (ক্ৰিকেট কমেণ্ট্ৰী ডাঙৰ হয়)

অৰুণাভ : খেলখন বেচ জমিছে।

অনুৰণ : কোনোবা আউট হ'ল নেকি?

অৰুণাভ : নহয়— বাউণ্ডেৰী নাইবা অভাৰ বাউণ্ডেৰীহে হ'ব। হৈ থাকক যি হয়। মোৰ এই খেলখন একেবাৰে ভাল নালাগে।

অনুৰণ : কিয়?

অৰুণাভ : কিয় মানে? এনেয়ে ভাল নালাগে। অৱশ্যে কাৰণ এটা নোহোৱা নহয়।

অনুৰণ : কওকচোন।

অৰুণাভ : এবাৰ মই এটা ৰেপুটেড মেডিচিন কোম্পানীৰ ৰিপ্ৰেজেণ্টেটিভৰ বাবে ইণ্টাৰভিউ দিছিলো। কৰ্তৃপক্ষই মোক সদ্য-সমাপ্ত বৰ্ল্ডকাপৰ বিভিন্ন তথ্য সুধিলে। মোৰ মুখস্থ আছিলেই— ফৰফৰাই গাই গলো। ভাবিলো সেইক্ষেত্ৰত মোৰ দখল দেখি কৰ্তৃপক্ষ তৱধ।

অনুৰণ : তাৰপিছত?

অৰুণাভ : তাৰপিছত চাকৰিটো মই নাপালো। কাৰণ ঘণ্টা-ঘণ্টা ক্ৰিকেট উপভোগ কৰা মানুহ এটা কোম্পানীক নালাগে।

অনুৰণ : হ'লেও ক্ৰিকেটেই এতিয়া সৰ্বাধিক জনপ্ৰিয় খেল।

অৰুণাভ : থওকহে জনপ্ৰিয় খেল! খেল হ'লনে এইটো? অলিম্পিকত আলুখেতি কৰা দেশবোৰৰ খেলহে এইটো। ভাবি চাওক, এশ কোটি জনসংখ্যাৰ দেশ এখনত ফুটবল খেলিবলৈ এঘাৰজন খেলুৱৈ নাই। ক্ৰিকেট খেলাৰ

ধুমটো চোৱা।

অনুৰণ : আপোনাৰ কথাষাৰত বেছ যুক্তি আছে।

অৰুণাভ :

"কথাত আমাৰ যুক্তি আছে
যুক্তি নাই মনত
জীয়াই থকাৰ যুক্তি বিচাৰি
ভ্ৰমিছো ত্ৰিভুৱনত।
জীৱন হয়তো এনেকুৱাই
যুক্তি অযুক্তিৰ তৰ্কেৰে ঘেৰা।
হৰ্য-বিষাদৰ ৰঙেৰে বোলোৱা
স্বপ্ন-বিষাদে পাছ নেৰা।"

অনুৰণ : সুন্দৰ, অতিসুন্দৰ। তাৰমানে আপুনি কবি?

অৰুণাভ : মাজে মাজে কেতিয়াবা।

অনুৰণ : ভালেই হৈছে, আপুনি স্বচ্ছল জীৱন এটাৰ গৰাকী, হাতত চাগৈ অফুৰন্ত সময়, মাহেকত এটা এক তাৰিখ আছে— কৰক কাব্যচৰ্চা কৰক। কিন্তু সেইবুলি—এইখন ঠাইত? এই কদাকাৰ, দুৰ্গন্ধ ঠাইখনত কাব্যচৰ্চা কৰিব? নাই পোহৰ, নাই বতাহ, আনকি এই পোহৰকণো সৌ ধনী মানুহঘৰৰ কৃপাতহে।

অৰুণাভ : সাহিত্যতো আনৰ কৃপাধন্য বস্তুৱেই, কিয়? বিক্ৰমাদিত্যৰ কৃপাধন্য কালিদাস, নৰনাৰায়ণৰ কৃপাধন্য পুৰুষোত্তম বিদ্যাবাগীশক পাহৰিলে নেকি? বাৰু আপুনিনো কি কাৰণত এই শিয়ালৰ চোংটোৰ কাষত সুন্দৰ সন্ধ্যা এটা নষ্ট কৰিছে?

অনুৰণ : শিয়াল ধৰিবলৈ হ'লে শিয়ালৰ চোঙৰ কাষলৈ আহিবই লাগিব। (হঠাৎ নিজৰ ভুল বুজিব পাৰি বৈ যায়।

অৰুণাভ : আপুনি বাৰু কোনো গুপ্তচৰ সংস্থাৰ মানুহ নেকি? নহ'লে—

অনুৰণ : নহয়, নহয়, মই আচলতে— মই আচলতে—

অৰুণাভ : হওক দিয়ক, আপোনাৰ জীয়াই থকাৰ এটা অৰ্থ আছে, জীৱনটোৰ এটা ছন্দ আছে। কাৰণ আপোনাৰ এটা চাকৰি আছে।

অনুৰণ : ৰ'বচোন মোক ক'বলৈ দিয়ক।

অৰুণাভ : বৰ আশা আছিল বুইছে। এটা চাকৰি কৰিম। দুপইচা উপাৰ্জন হ'ব। ঘৰখন সুখী হ'ব। ময়ো সমাজত আস্থাৰ পাত্ৰ হ'ম। কিন্তু—

অনুৰণ : সেই একেই আশা, হতাশা, আমাৰ জীৱন বৃত্তৰ কেন্দ্ৰ আৰু পৰিধি।

অৰুণাভ : তাৰমানে আপুনিও চাকৰি নকৰে।

অনুৰণ : চাকৰি? হুম! নকৰো।

অৰুণাভ : ময়ো নকৰো।

অনুৰণ : তেনেহ'লে কাব্যচৰ্চা? অৰ্থাৎ কবিতা?

অৰুণাভ : কাব্যচৰ্চাৰ বাবে চাকৰি এটাৰ প্ৰয়োজন বুলি কিয় ভাবিছে?

অনুৰণ : নিশ্চয়, নিশ্চয় প্ৰয়োজন। যোত্ৰহীনতাৰ নিৰ্মম নাগপাশৰ পৰা মুক্ত হ'ব নোৱাৰিলে কাব্য-সাহিত্য নিশ্চয় অসম্ভৱ। আপুনি হয়তো ভাবিছে— নান্দনিক চিন্তা মনত থাকে, ই মনজ। কিন্তু মোৰ বিশ্বাস ই থাকে পেটত।

অৰুণাভ : আপুনি মোক ভুল ভাবিছে। আপুনি ভবাৰ দৰে মই একো নহওঁ। কেৱল আপোনাৰ বাবেই নহয়- মোৰ বাবেও এতিয়া পেটটোৱেই এটা প্ৰত্যাহ্বান।

অনুৰণ : আপুনি মানে........... আপুনিও........

অৰুণাভ : নকৰো, আপুনি ভবাৰ দৰে মই একো নকৰো। জীৱনত শতাধিক চাকৰিৰ সাক্ষাৎকাৰপুষ্ট, ৰূঢ় বাস্তৱৰ সৈতে যুঁজি যুঁজি ক্লান্ত-শ্ৰান্ত মই এক ক্ষুব্ধ সৈনিক (বেগৰ পৰা উলিয়ায়) এইবোৰ চাওক— ইণ্টাৰভিউৰ কলিং লেটাৰ।

অনুৰণ : (কাকতবোৰ হাতত লৈ চাই হঠাৎ এখন ফটো লৈ) এইখন......, এইখন হয়তো....

অৰুণাভ : মোৰ মাৰ ফটো। যি মোৰ প্ৰতিটো ইণ্টাৰভিউৰ ৰিজাল্ট মোৰ সপক্ষে হ'ব বুলি আশা কৰি কৰি এদিন মোক এৰি গুচি গ'ল। নোৱাৰিলো, মই একো দিব নোৱাৰিলো।

অনুৰণ : ছ'ৰি ছ'ৰি, আপোনাক দুখ দিয়াৰ ইচ্ছা মোৰ নাছিল।

অৰুণাভ : সেই নোপোৱাৰ বেদনা বুকুত লৈ অতৃপ্তা-অভুক্তা মা গুচি গ'ল। (হঠাৎ) চাই ল'ম, মই চাই ল'ম। মই প্ৰতিশোধ ল'ম।

অনুৰণ : কাক? কাৰ কথা কৈছে আপুনি?

অৰুণাভ : আহক। মোৰ কাষলৈ আহক....... আহক সৌ যে ঘৰটো দেখিছে--

অনুৰণ : ঘৰ নহয় অট্টালিকা।

অৰুণাভ : সেই অট্টালিকাটোত এজন চৰকাৰী বিষয়া থাকে।

অনুৰণ : জানো। তেওঁ আমাৰ দৰে চাকৰি-প্ৰাৰ্থীৰ বাবে বিখ্যাত।

অৰুণাভ : বিখ্যাত নহয় কুখ্যাত। সি এদিন মোক আশা দিছিল যে—

অনুৰণ : তোমাৰ চাকৰি হৈ যাব, তুমি চিন্তা কৰিব নালাগে।

অৰুণাভ : তুমি মাত্ৰ মই কোৱাৰ দৰে কৰা। তুমি মোক একো দিব নালাগে, তোমাৰ পৰানো মই কি ল'ম? আৰু চোৱা তুমি মোৰ ঘৰলৈ মাছ, দৈ এইবোৰ নানিবা। মই জানো তুমি মৰমত দিছা, কিন্তু ইয়াৰ এটা নাম ঘোচ নহয় জানো? মই এইবোৰ বেয়া পাওঁ।

অনুৰণ : তেওঁ চাগে আৰু কৈছিল— এটা কথা মন্ত্ৰীয়ে কিন্তু চাকৰিটোৰ বিনিময়ত দলৰ বাবে এটা ড'নেচন ল'ব।

অৰুণাভ : হয় হয়। আপুনিটো বহু কথাই জানে! মই ভাবিলো সংস্থাপনটোৰ বিনিময়ত ড'নেচনটোনো কি ডাঙৰ কথা?

অনুৰণ : তাৰ পিছত আপোনাৰ মাকৰ ডিঙিৰ সোণৰ হাৰ নাইবা ভেটি-মাটি বিষয়াৰ বৰপেৰাত— এ্যম আই ৰাইট?

অৰুণাভ : হয় হয় কথাবোৰ ঠিক তেনেকুৱাই। আপুনিচোন সকলো জানে !!

অনুৰণ : জানো, এইকাৰণেই জানো যে, ময়ো সেই একেখন ফান্দতে বন্দী আশাহত প্ৰাণী। সৰ্বস্বান্ত। মাত্ৰ এতিয়া আছে এটা নিষ্ফল ক্ৰোধ।

অৰুণাভ : আমাৰ দুখ আৰু দুখৰ কাৰণ একেই। আমাৰ নিশ্চয় চিন্তাও একে।

অনুৰণ : আমাক দেখিলে সচ্ছল মানুহবোৰে ভাবে— এই নিবনুৱাবোৰ ইমান চাকৰি মুখী কিয়? কিয় স্বাবলম্বী হ'ব নোৱাৰে?

অৰুণাভ : আমিহে জানো ছিষ্টেমটো কি? আমাৰ শিক্ষাই আমাক কিমান স্বাবলম্বী কৰিছে! আৰু এই ধূৰ্ত মানুহবোৰে আমাক কেনেকৈ লটিঘটি কৰে। কিবা এটা কৰিব নোৱাৰিনে?

অনুৰণ : কিবা এটানো কি কৰিব?

অৰুণাভ : আমি দুয়ো নহ'লে একগোট হওঁ। মই যি কৰিবলৈ অকলে সাহস কৰিব পৰা নাই, দুয়ো একেলগ হ'লে হয়তো পাৰিম।

অনুৰণ : জানো আপুনি কি ভাবিছে!

অৰুণাভ : মই? আহক— মই ভাবো আমাৰ হেৰোৱাখিনি যিকোনো উপায়ে উদ্ধাৰ কৰা ভাল হ'ব।

অনুৰণ : যিকোনো উপায়েৰে মানে?

অৰুণাভ : দৰকাৰ হ'লে সেই মানুহটোৰ ঘৰত চুৰি কৰিম।

অনুৰণ : হেঃ কি কয় আপুনি? ভাল কথা হ'বনে? নাই নাই মই নোৱাৰিম।

অৰুণাভ : ভাল নহয় ময়ো জানো। কিন্তু এইক্ষেত্ৰতটো বেয়া এটাৰে প্ৰয়োজন।

অনুৰণ : প্ৰতিশোধৰ ইচ্ছা এটা মোৰ আছে। কিন্তু সেইবুলি.......

অৰুশাভ : আছে, যুক্তি নিশ্চয় আছে। কিয় নকৰিম? কিয় নকৰিম??

অনুৰণ : কি যুক্তি আছে?

অৰুশাভ : সিওতো এটা চুৰ।

অনুৰণ : সিতো আমাৰ চুৰ কৰা নাই। মাত্র প্রতাৰণাহে কৰিছে।

অৰুশাভ : চুৰিটোওতো একপ্রকাৰ প্রতাৰণাই। তাৰোপৰি নিজৰ প্রয়োজনতকৈ অধিক অন্যায়ভাৱে ৰাখোতাজনো চোৰেই।

অনুৰণ : কথাটো অৱশ্যে হয়।

অৰুশাভ : নিজৰ হেৰোৱাখিনি উদ্ধাৰ কৰাৰ আমাৰ অধিকাৰ আছে।

অনুৰণ : তাৰমানে আমাৰ চুৰি কৰাৰ যুক্তি আছে!

অৰুশাভ : আছে আছে। নিশ্চয় আছে। সেয়ে আমি চুৰ কৰিম। আমি যত্ন কৰিম ফল যি হয় হ'ব।

অনুৰণ : (হাঁহে)

অৰুশাভ : কি হ'ল হাঁহিলে যে?

অনুৰণ : গীতাৰ্লৈ মনত পৰিছে— "কৰ্ম্যনিবাধিকাৰাস্তে মা ফলেসুকদাচন"

অৰুশাভ : আপুনি সন্মত নে?

অনুৰণ : সন্মত। কিন্তু এটা চৰ্ত আছে।

অৰুশাভ : নিশ্চয় থাকিব পাৰে- কওক।

অনুৰণ : মই মানে আমি চুৰি কৰিম ব্যক্তিগত লাভৰ বাবে নহয়— মাত্র সেই দগাবাজটোক এসেকা দিবৰ বাবেহে।

অৰুশাভ : ঠিক আছে। সেয়ে হওক। হ'ব?

অনুৰণ : হ'ব (দুয়ো হাত মিলায়) কিন্তু কেনেকৈ হ'ব?

অৰুশাভ : মই প্লেন কৰি থৈছো। আপুনি মাত্র সহযোগ কৰক, শুনক—।

## ২য় নাট্যক্ষণ

(দিবাকৰ চৌধুৰীৰ পদূলি। কৰ্তব্যৰত দাৰোৱান ৰামলাল। হিন্দুস্তানী চেহেৰাৰ বিশালাকায় মানুহজনৰ হাতত এডাল প্ৰকাণ্ড লাঠী। মাজে মাজে হুচিয়াৰ, খবৰদাৰ আদি চিঞৰি পায়চাৰি কৰি থাকে)

ৰামলাল : খবৰদাৰ........ ৰামলাল দাৰোৱান ডিউটিত...... হুচিয়াৰ..... মই ডিউটি দি আছো। (বহি পৰে) আজি দহ বছৰ ধৰি ডিউটি কেৱল ডিউটি, সেই একেই খবৰদাৰ, হুচিয়াৰ। কেতিয়াও চোৰ ডকাইত নাই, অথচ ডিউটি কেতিয়াবা ভাৱ হয় মই কিয় ডিউটি দিছো? না চোৰ- না ডকাইত, ধুৰ- এইটোও এটা চাকৰি হ'ল নেকি? কি কৰিম চাহাবে নামানে! কোনোবা আহে গেট খুলি দিওঁ, কোনোবা ওলাই যায় গেট বন্ধ কৰো, বচ্ ইমানেই! অথচ, এদিনলৈকো যদি ছুটী বিচাৰো চাহাবে ক'ব, "কিয়নো যাব ৰামলাল, তই নাথাকিলে কিবা ভাল নালাগে"। হুঃ তেওঁক ভাল লগাবলৈ মই নিজৰ কিমান বাদ দিলো তেওঁ বুজিলেনে? নুবুজিলে! কোনেও কাকো নুবুজে..........(হঠাৎ দূৰলৈ চাই) ঐ, ঐ কোন সেই দুটা? খবৰদাৰ, পলাবৰ যতন নকৰিবি- আহ্ আহ্ আহি থাক, ওচৰলৈ আহ। (অনুৰণ আৰু অৰ্ণৱ সোমাই আহে) এইখিনিত ইয়াত থিয় হ'। (আপাদমস্তক নিৰীক্ষণ কৰি) চোৰ ডকাইত যেনো লগা নাই আৰু সাধু বুলিনো ভাবো কেনেকৈ? কোন তহঁত?

অনুৰণ : বিপদগ্ৰস্ত! বিপদত পৰিহে আহিছো দেউতা!

ৰামলাল : কি ক'লি? কি ক'লি তই? দেউতা...? মোক দেউতা বুলিলি মই কি বুঢ়া মানুহ?

অৰুনাভ : (অনুৰণক) এৰাতো! আপুনি অলপ মানুহ চাই কথা ক'ব লাগে। এই দাদাকনো আপুনি দেউতা বুলিব লাগেনে?

ৰামলাল : দেখিছনে? ক'চোন কাৰ খং নুঠিব? (অলপ আশ্বস্ত হৈ) বাৰু ক'চোন, তহঁতৰ কি বিপদ? কেনেকৈ এইখিনি পালিহি। চাবি কিন্তু, ফাঁকি দিবৰ চেষ্টা নকৰিবি।

অৰুনাভ : ৰাম ৰাম ৰাম শ্ৰীবিষ্ণু শ্ৰীবিষ্ণু, আপুনি কি কয় দাদা— আপোনাক বাৰু আমি কিয় ফাঁকি দিম? বিশেষ কাম এটাত চহৰলৈ আহিছিলো— গাড়ী ধৰিব নোৱাৰিলো........

ৰামলাল : সেইটো তহঁতৰ কথা, গাড়ী ধৰিব পাৰ নোৱাৰ' মোৰ কি আহে যায়? মোৰ ঘৰৰ সমুখত ভূমুক ভূমুকি কৰি কিয় আছিলি? এইটো বাছষ্টেশ্বন নে ধৰমশালা?

অনুৰণ : নহয় দাদা আমি আচলতে ৰেলষ্টেশ্বনলৈ বুলিহে আহিছিলো।

ৰামলাল : সেইটো তহঁতৰ কথা—

অনুৰণ : হঠাৎ আপোনাক দেখিলো, ভাবিলো চিনাকি মানুহ- আপোন। মানুহ মাত এষাৰ লগাই যাওঁ—

ৰামলাল : সেইটো তহঁতৰ কথা (কিবা ভাবি) অ' নহয় এইটো মোৰ কথা। হেৰৌ, তহঁততো মোৰ আপোন নহয়েই, চিনাকিও নহয়—

অৰুণাভ : কিয় দাদা? সেইবাৰ যে ছাৰলৈ গাখীৰৰ টেকেলীটো আনোতে আপোনাৰ হাততে দিয়া নাছিলো?

ৰামলাল : গাখীৰৰ কলহ, কিমান মানুহে দিয়ে গাখীৰৰ কলহ। খাব নোৱাৰি পেলাই দিয়ে। কিমানৰ কথা মনত ৰাখিম? ক'চোন!

অনুৰণ : আপোনাৰ স্বাস্থ্যই কয় নহয়!

ৰামলাল : কথা এৰ— তহঁত এতিয়া যা— তহঁতৰ লগত আড্ডা মাৰিবলৈ মোৰ সময় নাই— মই এতিয়া ডিউটিত— খবৰদাৰ........ (পায়চাৰি কৰে)

অনুৰণ+অৰ্ণৱ : অ' দাদা শুনকচোন!

অনুৰণ : আমি এতিয়া এই ৰাতিখন ৰাতিখন ক'লৈ যাম?

ৰামলাল : সেইটো তহঁতৰ কথা— খবৰদাৰ....... (পুনৰ পায়চাৰি কৰে) ভাবিছো একেবাৰে পুঁৱাৰ গাড়ী ধৰিম।

ৰামলাল : সেইটোও তহঁতৰ কথা— খবৰদাৰ......

অনুৰণ : কিছুসময় আপোনাৰ সৈতে কটাই দিওঁ নহ'লে.......

ৰামলাল : সেইটোও তহঁতৰ কথা— নহয় সেইটো মোৰ কথা, ছেন্ট-পাৰ্চেন্ট মোৰ

কথা। দিবাকৰ চৌধুৰীৰ এই অট্টালিকা ৰক্ষাৰ দায়িত্ব কাৰ? মোৰ। এই চৌহদলৈ চৌধুৰী চাহাবৰ অনুমতি বিনা পৰুৱা এটাও যাতে সোমাব নোৱাৰে সেইটো চোৱাৰ দায়িত্ব কাৰ? মোৰ। গতিকে তহঁত খবৰদাৰ..... (পুনৰ পায়চাৰি কৰে) (অনুৰণ আৰু অৰ্ণৱে ফুচফুচাই কিবা এটা পাতি কান্দিবলৈ ধৰে)

ৰামলাল : হেৰৌ তহঁতৰ কি হ'ল? বাটলু তিৰোতাৰ দৰে কান্দিবলৈ তহঁতৰ কি হ'ল?

অনুৰণ : অ' দাদা, আপুনি আমাক এনেকৈ অনাথ কৰিব বুলি আমি ভবা নাছিলো।

অৰুনাভ : এই অচিন ঠাইখনত এতিয়া আমি ক'লৈ যাম? (পুনৰ দুয়ো কান্দে)

ৰামলাল : সেইটো তহঁতৰ কথা, এতিয়া কন্দাকটা বন্ধ। একদম বন্ধ।

অনুৰণ+অৰুনাভ : কিয়? কন্দাটো কিয় বন্ধ?

ৰামলাল : মই আনৰ কান্দোন সহ্য কৰিব নোৱাৰো।

অনুৰণ : সেইটো আপোনাৰ কথা।

ৰামলাল : মানে?

অৰুণাভ : কন্দাৰ বাদে মোৰ অন্য উপায় একো নাই (পুনৰ কান্দে)

ৰামলাল : ঠিক আছে মই তহঁতক কিছুসময় ইয়াতে কটাবলৈ দিম— কিন্তু এটা চৰ্ত্তত।

অনুৰণ+অৰুণাভ : চৰ্ত? আমি মঞ্জুৰ....।

ৰামলাল : আৰে, কম্‌চে কম চৰ্তটো শুনি ল'— মঞ্জুৰ পিছত।

অনুৰণ : কওক আপোনাৰ চৰ্ত।

ৰামলাল : মই তহঁতৰ সম্পূৰ্ণ তালাচী লোৱাৰ পিছতহে চৌধুৰী চাহাবৰ চৌহদত সোমাবলৈ দিম।

অনুৰণ+অৰুণাভ : আমাৰ তালাচী লওক। তালাচী লওক। প্ৰথমে মোৰ, প্ৰথমে মোৰ নহয় মোৰ, নহয় মোৰ, মোৰ, মোৰ।

ৰামলাল : চুপ্‌। খাৰা হ'। প্ৰথমে বস্তু-বাহানিৰ তালাচী। চাঁও, কান্ধৰ মোনাটো দে। (মোনাটোৰ পৰা বস্তু উলিয়াই) এইবোৰ?

অৰুণাভ : কলিং লেটাৰ। ইণ্টাৰভিউৰ।

ৰামলাল : আৰু এইখন?

অৰুণাভ : ধন ধাৰলৈ লোৱা হেণ্ডনোট।

ৰামলাল : এইখন (এখন ফটো লৈ)? এইখন কাৰ ফটো?

অৰুণাভ : মোৰ ভণ্টি।

ৰামলাল : ভনী? নিজৰ নে? (তন্ময় হৈ চায়)

অৰ্ণৱ : নিজৰ নিজৰ, মোৰ নিজৰ ভনী।

অনুৰণ : (অৰ্ণৱৰ কাণে কাণে কয়) দৰৱে গুণ দিলেই। কাম হৈ যাব। (ৰামলালক) দাদা, অ' দাদা।

ৰামলাল : (উচপ খাই) হুঁঃ কিবা কৈছহঁত নেকি?

অনুৰণ : বোলো কি ভাবিছে?

ৰামলাল : বহুত ভাবিছো, বহু কথা। যিবোৰ কেতিয়াও কাকো ক'ব নোৱাৰিলো। কেৱল ভাবি ভাবিয়েই দিনবোৰ পাৰ কৰি দিলো।

অনুৰণ : ফটোখন দেখিলেনে?

ৰামলাল : দেখিলো। মানে চালো।

অনুৰণ : সেইজনীয়েই ছোৱালী।

ৰামলাল : কি হ'ল? কি হ'ল তাইৰ?

অনুৰণ : তাই এতিয়া গাভৰু হ'ল— তেজে পানীয়ে চেহেৰাই-পাতিয়ে ভৰপুৰ হ'ল। তাইক সৎপাত্ৰ এটাত গতাবৰ সময় হ'ল। সেই আশাতে এঘৰ মানুহলৈ আহিছিলো, তাতে সন্ধিয়া হ'ল, গাড়ী ধৰিব নোৱাৰিলো। সেইটোৱেই আমাৰ সমস্যা।

ৰামলাল : সেইটোনো এটা সমস্যানে? চিন্তা নকৰিব। সমস্যা হ'লে তাৰ সমাধানো হয়। বাৰু কওকচোন কিবা বন্দবস্ত হ'লনে?

অৰুণাভ : নহ'ল। নহ'ব। ল'ৰা মোৰ পচন্দ নহ'ল।

অনুৰণ : ল'ৰা বুলিলে স্বাস্থ্যৱান হ'ব লাগে। ধৰক আপোনাৰ দৰে।

অৰুণাভ : সৰু-সুৰা হ'লেও চাকৰি এটা হ'ব লাগে। ধৰক আপোনাৰ দৰে।

ৰামলাল : কথাবোৰ বহি পাতো। এইবোৰ কথা এনেকৈ পাতেনে?

অনুৰণ : বলক বলক— (ৰামলাল সোমাই যায়। অনুৰণে অৰ্ণৱক ক'ব) আমি কথা পাতি থাকোতেই সুবিধাটো ল'ব লাগিব। চাব যাতে ভুল নহয়। (অনুৰণ ৰামলালৰ ফালে আৰু অৰ্ণৱে ভিতৰলৈ খোজ দিব)

# নাট্যক্ষণ

(দিবাকৰ চৌধুৰীৰ ড্ৰইংৰুম। সন্তৰ্পণে অৰ্ণৱ চৌধুৰীৰ ভিতৰলৈ প্ৰৱেশ কৰে। আৱহ সংগীতে পৰিৱেশ জয়াল কৰি তুলিব। অৰ্ণৱ ভিতৰ সোমোৱাৰ পিছত মঞ্চত বিশাখা সোমাব। এইমাত্ৰ ক্লাৱৰ পৰা আহি সোমাইছেহি। গাত উগ্ৰ-প্ৰসাধন। ছোফাত অলসভাৱে বহি কিবা এটা গুণগুণাব। হঠাৎ বকুলীক মাতিব।)

বিশাখা : বকুলী! বকুলী..........

বকুলী : বাইদেউ-। (সোমাই আহে)

বিশাখা : ছাৰ ক'ত?

বকুলী : অফিচৰুমৰ পৰা এই উঠিছেহে।

বিশাখা : আজি ক্লাৱৰ পৰা সোনকালে আহিল নেকি?

বকুলী : ছাৰ ক্লাৱলৈ নগ'লেই। মাত্ৰ কাগজ-পত্ৰ কিছুমান চাই থাকে মাজ মাজে মন্ত্ৰী ছাৰলৈ ফোন কৰে।

বিশাখা : ভাত খালেনে?

বকুলী : খালে। খালে মানে নামমাত্ৰ।

বিশাখা : হুঁঃ, হ'পলেচ মানুহ। সামান্য কথা এটোতে ইমান ভয়।

বকুলী : মোক কিবা ক'লে নেকি বাইদেউ?

বিশাখা : তোক একো কোৱা নাই। তই শোগৈ যা। (কিবা এটা চিন্তা কৰি বিশাখা ভিতৰ সোমায়। এনেতে অৰ্ণৱে ছুটকেচ এটা লৈ ওলাই যায়। পাছে পাছে বকুলী সোমাই আহে)

বকুলী : বাইদেউ, অ' বাইদেউ! বাইদেউ.......

বিশাখা : কিয় চিঞৰিছ? তইঁতৰ গাঁৱলীয়া স্বভাৱটো নগ'ল আৰু। চিঞৰ-বাখৰ নকৰাকৈ কথা ক'ব নোৱাৰ'।

বকুলী : নহয় বাইদেউ। ছাৰ, ছাৰ............।

বিসাখা : ছাৰ? কি হ'ল ছাৰৰ? নক'ৱ কিয়?

বকুলী : বাইদেউ, ছাৰ আকৌ ক'ৰবালৈ ওলাই গৈছে।

বিশাখা : এতিয়া? এই ৰাতিখন তেওঁ ক'লৈ যাব?

বকুলী : হয় বাইদেউ, হাতত ছুটকেচ এটা লৈ গৈছে। দূৰলৈ যাব নেকি?

বিশাখা : ছুটকেচ, ছাৰ? কি কৈছ' এইবোৰ?

বকুলী : হয় বাইদেউ। চাওকগৈচোন ছাৰ আছেনে?

বিশাখা : তই চাব নোৱাৰ' নেকি? যা, চাই আহ। হেৰা, তুমি আছানে? (দিবাকৰ চৌধুৰী খঙেৰে কোঠাত প্ৰৱেশ কৰে।)

চৌধুৰী : কিহৰ কোলাহল হে তোমালোকৰ? এইখন কি বজাৰ পাইছা নেকি? উঃ ক'তো শান্তি নাই। ডিপাৰ্টমেণ্টৰ পৰা অশান্তি, মেডিয়াৰ পৰা অশান্তি, চি বি. আইৰ পৰা অশান্তি, সাংবাদিকৰ পৰা অশান্তি, আনকি তহঁতৰ পৰাও অশান্তি! কি হ'ল হে, কি হৈছে এইবোৰ? (বিশাখা আৰু বকুলীয়ে পৰস্পৰ হতবাক হৈ চাই থাকে)

বিশাখা : (বকুলীক) নক'ৱ কিয়?

বকুলী : ছাৰ, আপুনি...... আপুনি ছাৰ.........

চৌধুৰী : মই? মই কি কৰিলো?

বিশাখা : এই আহি মোক খবৰ দিলেহি, তুমি হেনো ক'ৰবালৈ ওলাই যোৱা দেখিলে। (হাঁহি হাঁহি বহি পৰে)

চৌধুৰী : বলিয়া হ'লি নেকি?

বকুলী : হয় ছাৰ মই ঠিক দেখিছো আপুনি ক'ৰবালৈ ওলাই গৈছে।

চৌধুৰী+বিশাখা : এই খাটাং বলিয়া হ'ল। (দুয়ো হাঁহে)

চৌধুৰী : তই যদি মোক ওলাই যোৱা দেখিলি (নিজক দেখুৱাই) এইটো কোন?

বকুলী : (চিন্তা কৰি) এৰা, কথাটো হয়। কিন্তু ছাৰ, মই ঠিকেই দেখিছো কোনোবা এটা ওলাই গৈছে। হাতত আপুনি সিদিনা অনা ডাঙৰ ছুটকেচটো লৈ গৈছে।

চৌধুৰী : ছুটকেচ? (ভয়ত বিহ্বল হৈ) তই মোক ইমান পৰে কোৱা নাই কিয়? হেৰা ছুটকেচটো মানে, —সেই ছুটকেচটো নহয়তো?

বিশাখা : যাচোন বকুলী, ছুটকেচটো ভিতৰত আছেনে নাই চাই আহ।

চৌধুৰী : নাই যদি মই মৰিলো, হেৰা কি হ'ব নাই যদি? ছুটকেচ.......

বিসাখা : ৰ'বাচোন, তুমি বৰ ভয়াতুৰ মানুহ হেঃ একো নহয়, মই আছো নহয়।

চৌধুৰী : তুমি নাথাকি ছুটকেচটো থকা হ'লে মই ইমান চিন্তা নকৰো হে।

বিশাখা : হ'ব তুমি ধৈৰ্য ধৰা, হ'ব মই আছো, দত্ত ছাৰ আছে, সকলো আছে।

বকুলী : (ভিতৰৰ পৰা) নাই, নাই

চৌধুৰী : নাই, নাই?

বিশাখা : ৰিলেক্স, ৰিলেক্স। তুমি চিন্তা নকৰিবা—

বকুলী : অ' বাইদেড! নাই, ছুটকেচটো নাই—

বিশাখা : তই ভালকৈ চাইছিলিনে?

বকুলী : চালো— ক'তো নাই—

চৌধুৰী : নাই? (চোফাত ঢলি পৰে)

বিশাখা : বকুলী ধৰ ধৰ, ছাৰক ধৰ। (বকুলী আৰু বিশাখাই ধৰাধৰিকৈ চৌধুৰীক ছোফাত শুৱাই দিয়ে। প্ৰতিপাল কৰে, বিচি দিয়ে। মূৰত পানী দিয়ে। বুকুখন পিহি দিয়ে। হঠাৎ টেলিফোনৰ ওচৰলৈ গৈ)

বিশাখা : হেল্লো'- চিটি নাৰ্চিংহোম? মই ডঃ বৰ্মণক বিচাৰিছো— মাতকচোন! (কিছুপৰ ৰৈ) মই বিশাখা চৌধুৰী, ডক্টৰ মোৰ হাজবেণ্ড মানে আমাৰ এওঁ হঠাৎ ন'ন-চেন্সড্, আই মীন চেন্সলেছ হৈ গ'ল। আপুনি কাইন্দ্লি আহক, এজ চুন এজ পচিব'ল, প্লিজ দেৰি নকৰিব। থৈছো এতিয়া। (পুনৰ এটা নতুন নম্বৰ লগাই) হেল্লো, দত্ত ছাৰ আছেনে? অ' ছাৰ, মই বিশাখা চৌধুৰী— হয় ছাৰ, সমস্যা ডাঙৰেই, মই বৰ বিপদত পৰিছো ছাৰ। আমাৰ ঘৰত এইমাত্ৰ চুৰ হ'ল। হয় ছাৰ, এওঁতো চুৰিৰ নাম শুনিয়েই বেহুচ। ডঃ বৰ্মণক ফোন কৰিছো। আপুনি আহক ছাৰ— অ'কে, বাই (ফোন থৈ) বকুলী, চকু মেলিছেনে? হেৰা উঠাচোন, (বিমোৰত পৰি বহি পৰে- চৌধুৰীয়ে ছুটকেচ, ছুটকেচকৈ ভ্ৰম বকে)

বকুলী : বাইদেউ, ছুটকেচটোত বহুত পইচা আছিল চাগে।

বিশাখা : ধ্যেৎ মুৰ্খ! পইচা হেৰালে ছাৰ বেহুচ হ'ব নেকি?

বকুলী : অ' তেনে সোণৰ বস্তু আছিল?

বিশাখা : তাতকৈও ডাঙৰ বস্তু।

বকুলী : সোণ-ধনতকৈও ডাঙৰ বস্তু থাকেনে?

বিশাখা : থাকে মুৰ্খ! ছুটকেচটোত কিছুমান প্ৰয়োজনীয় কাগজ-পত্ৰ আছিল।

বকুলী : অ' কিছুমান কাগজ তাৰমানে সোণতকৈও ডাঙৰ!

বিশাখা : সেইবোৰ বৰ প্ৰয়োজনীয় কাগজ, অফিচৰ কাগজ।

বকুলী : কিয় ছাৰৰ অফিচটো যে জ্বলি গৈছিল— এই কাগজবোৰো তাতে জ্বলিল

বুলি ধৰিলেই হয়চোন?

বিশাখা : চুপ থাক- তই বৰ বেছি কথা ক'ব। তোকনো উৰহী গছৰ ওৰটো কেলেই লাগে? (এনেতে) কলিংবেল বাজে) যাচোন- ডঃ বৰ্মণ চাগৈ, দুৱাৰখন খুলি দে। (বকুলী ওলাই যায়। কিছুপৰৰ পিছত ডঃ বৰ্মণ চিএৰি-বাখৰি সোমাই আহে)

বৰ্মণ : চৌধুৰী, অ' চৌধুৰী। ইমান বেছি হৈ যোৱালৈকে বাট চাব লাগেনে? খবৰ এটাতো দিব পাৰে! কি যে আপোনালোক?(টেবুলত বেগটো থৈ সৰু বেগ এটা উলিয়াই লৈ পৰীক্ষা-নিৰীক্ষা কৰে)

বিশাখা : বেমাৰ আগৰ পৰা হৈ থকা নাই নহয়। হঠাৎ মূৰ ঘূৰাই পৰি গ'ল।

বৰ্মণ : কিবা কথাত বেছি উত্তেজিত হৈছিল নেকি? মানে বেয়া নাপাব কিবা তৰ্ক-বিতৰ্ক আদি? (চৌধুৰীয়ে আকৌ "মোৰ ছুটকেচ, মোৰ ছুটকেচ'কৈ চিএৰে)

বৰ্মণ : ছুটকেচ? কি ছুটকেচ?

বিশাখা : (বিব্ৰতবোধ কৰি) নাই একো চিন্তা কৰিব লগা কথা নহয়। মূৰ ঘূৰালেই ভ্ৰম বকাটো এঁওৰ পুৰণি অভ্যাস। চাওকচোন প্ৰেচাৰটো. ..

ডঃ বৰ্মণ : চাইছো চাইছো, (পৰীক্ষা কৰি) কিবা কাৰণত বেছি ভয় খাব পাৰে।

বিশাখা : ভয় এওঁৰ প্ৰিয় খাদ্য— মেকুৰী এটাকে বাঘ, চিকা এটাকে ভালুক বুলি ভবাটো স্বভাৱেই, আপুনি চিন্তা কৰিব নালাগে। নিজৰ কামত লাগক।

বৰ্মণ : খোৱা-বোৱা ৰেগুলাৰ নহয় নেকি?

বকুলী : অফিচৰ ঘটনাবোৰৰ পৰা ছাৰে খাবলৈ প্ৰায় এৰিয়েই দিছে।

বিশাখা : ঐ, তই এইবোৰ কথাত কিহৰ ভাগ লৈছ'? যা ভিতৰলৈ। (বৰ্মণক) এই কাম কৰা মানুহবোৰে অলপ লাই পালেই মূৰত উঠে— ইহঁতক লৈ এইটোৱেই এটা সমস্যা।

ডঃ বৰ্মণ : কাম কৰা মানুহৰ সমস্যাৰ চিন্তা বাদ দিয়ক, এইটো সমস্যাৰ কথা ভাবক।

বিশাখা : আপুনি ডক্টৰ— সস্যাটোৰ চিন্তা যদি ময়েই কৰিব লাগে তেনে আপুনি যাওক।

বৰ্মণ : হ'ব হ'ব আপুনি চিন্তা কৰিব নালাগে— চৌধুৰীৰ ষ্চ অহাৰ ব্যৱস্থা মই কৰিম। (এনেতে মন্ত্ৰী গৌতম দত্ত সোমাই আহে। সকলো ব্যস্ত হয়)

গৌতম : কেনেকৈ ঘটিল ঘটনাটো? কি হ'ল?

বিশাখা : বৰ আচৰিত ঘটনা ছাৰ। মই ঠিক ক্লাবৰ পৰা আহি পাই ফ্ৰেছ্ হওঁ বুলি ভাবিছো, ঠিক এনে সময়তে ঘটিল ঘটনাটো।

গৌতম : কি কি নিলে চোৰে?

বিশাখা : অন্য একো নিয়া নাই। মাত্র সেই ছুটকেচটো।

গৌতম : ছুটকেচ? কি আছিল তাত? কানি-কাপোৰ, টকা-পইচা?

বিশাখা : (গৌতমক একাষৰীয়াকৈ মাতি নি কাণৰ কাষত মনে মনে কয়)

গৌতম : কি? কোৱা নাই কিয় ইমান পৰে? কি হ'পলেচ, কেয়াৰলেচ চেন্সলেচ মানুহ..

বৰ্মণ : চেন্স আহিব ছাৰ।

গৌতম : আহিব মানে? সোনকালে আহিব লাগে, মোৰ কথা আছে- কুইক কুইক..

বৰ্মণ : আহিছেই ছাৰ, আহিছে।......... (গৌতম, বিশাখা, বৰ্মণ তিনিও চায়, ডিৰেকচন-, চৌধুৰীয়ে ছুটকেচ, ছুটকেচ বুলি খেপিয়াই চাৰিওফালে। সন্মুখত মন্ত্ৰীক দেখি বহি দিয়ে।)

চৌধুৰী : বহক ছাৰ, বহক।

গৌতম : (বৰ্মণক) ডক্টৰ, প্লিজ আপুনি অকণমান বাহিৰলৈ ওলাই যাওক। মোৰ চৌধুৰীৰ সৈতে অলপ কন্‌ফিডেন্সিয়েল কথা আছে।

বৰ্মণ : কিন্তু ছাৰ মানুহটো মেণ্টেলি বৰ দুৰ্বল হৈ আছে। ভয় খোৱা বা গুৰুতৰ কথা পাতিলে আকৌ বেহুচ হ'ব পাৰে।

গৌতম : হ'ব, বেহুচ হ'লেহে ভাল।

বৰ্মণ : কিয় ছাৰ?

গৌতম : ভাল মানে আপোনাৰেই ভাল আপুনি এটা পেচেণ্ট পাব। (বৰ্মণ ওলাই যায়)

বিশাখা : কিন্তু ছাৰ...

গৌতম : চিন্তা কৰিব নালাগে। ঘৰখন পুৰালৈকে ময়েই ৰখি দিম হ'বনে?

বিশাখা : (লাজ কৰি) ছাৰৰ যে কথাবোৰ.......

গৌতম : কওকচোন চৌধুৰী, চৌধুৰী?

চৌধুৰী : হুঁ, ছাৰ বহক, বহক.....

গৌতম : ছুটকেচটোত জ্বলি যোৱা বস্তুবোৰ নাইতো?

চৌধুৰী : সমস্যা সেইটোৱেই ছাৰ— গৰুৰে চাবলৈ কিনা হিন্দী চিনেমাৰ হিচাপটো আৰু পশুৰ বাবে এয়াৰ কণ্ডিচনাৰ কিনাৰ হিচাপটো আৰু পশুৰ পুষ্টিকৰ খাদ্য কিনা ফাইলটো ছুটকেচটোত আছিল।

গৌতম : বুজিলো, বুজিলো- ডুবালা তুমি মোক। মোৰে ভুল। তোমাৰ দৰে অপদাৰ্থ এটাক মই ডিৰেক্টৰ পাতিয়েই ভুল কৰিলো। চোৱা বিশাখা, তোমাৰ

কথা ৰাখিবলৈ মই এওঁক ডিৰেক্টৰ পাতিলো। কেৱল তোমাৰ বাবেই এই দায়িত্বজ্ঞান-হীনটোক মই বিশ্বাস কৰিলো— (খঙেৰে পায়চাৰি কৰে)

বিশাখা : এতিয়া কি হ'ব ছাৰ?

গৌতম : কিডাল হ'ব আৰু! ফাইলকেইটা চোৰে ক'ৰবাত কল-বাকলি পেলোৱাদি পেলাই দিয়ক— কোনোবাই পাওক, হৈ গ'ল আৰু.....

বিসাখা : পুলিচৰ হাতত পৰিলে কি হ'ব ছাৰ!

গৌতম : (ভয়ে ভয়ে) এওঁৰ জেল হ'ব নেকি ছাৰ?

গৌতম : পুলিচক মেনেজ কৰিব পাৰিম, কিন্তু এই পৰশ্ৰীকাতৰ সাংবাদিক মখা, সেইমখাৰ হাতত পৰিলেহে মৰিলো, তিলটোকে তালটো কৰিব।

বিশাখা : (ভয়ে ভয়ে) এওঁৰ জেল হ'ব নেকি?

গৌতম : হ'ব পাৰে, হ'ব পাৰে— হয়তো তাতোকৈয়ো বেছি।

চৌধুৰী : ফাঁচী, ফাঁচী হ'ব পাৰে।

চৌধুৰী : হাঃ মোৰ ছুটকেচ, মোৰ ছুটকেচটো, (পুনৰ ছোফাত ঢলি পৰিব, বিশাখা আহিব)

গৌতম : নালাগে বিশাখা, নালাগে। তুমি এইটোকলৈ চুপতি কৰিব নালাগে। ডঃ বৰ্মণক মাতি এইটো নাৰ্চিংহোমলৈ পঠিয়াই দিয়া ।বৰ্মণ, বৰ্মণ......

বৰ্মণ : ছাৰ- ছাৰ.....

গৌতম : এখেতক আপোনাৰ তাতে এড্‌মিট কৰি দিয়ক। পইচা-পাতিৰ চিন্তা কৰিব নালাগে বিলখন মোলৈ পঠিয়াই দিব। মই কাইলৈ পুঁৱা পাৰিলে এপাক যাম। তাৰ আগতে কিবা প্ৰয়োজন হ'লে মোলৈ ফোন কৰিব।

বৰ্মণ : হ'ব ছাৰ। আপুনি চিন্তা নকৰিব। মই চব চম্ভালি ল'ম। এতিয়া..... লগত কোন যাব?

গৌতম : লগত মানে?

বৰ্মণ : এটেণ্ডেণ্ট?

গৌতম : বকুলী যাব। লৈ যাওক। (ডঃ বৰ্মণ আৰু বকুলীয়ে ধৰি চৌধুৰীক উলিয়াই নিব) উঃ, কি যে সমস্যা!

বিশাখা : বৰ ডাঙৰ বিপদ হ'ব নেকি ছাৰ? মই বৰ ভয় খাইছো।

গৌতম : ভয় আৰু তুমি? চোৱা বিশাখা, তুমি নিৰ্ভীক ছোৱালী বুলি ভাবিয়েইতো তোমাক আমাৰ দলৰ মহিলা উইংটোৰ লীডাৰ পাতিছো। তুমি ভয় কৰিলে কেনেকৈ হ'ব?

বিশাখা : যিমান হ'লেও ছাৰ— দিবাকৰ চৌধুৰী মোৰ হাজবেণ্ড।

গৌতম ঃ কথাটো আংশিক সঁচা। হ'লেও তুমি ভয় নকৰিবা, মই আছো—। ঠিক আছে, উলিয়াওঁ ৰ'বা! (পকেটৰ পৰা মোবাইল ফোন উলিয়াই) হেল্লো ইন্সপেক্টৰ ৰহমান ঃ হয় ঠিকেই ধৰিছা। দিবাকৰ চৌধুৰীৰ ঘৰৰ পৰা। কথা হ'ল তুমি দিবাকৰ চৌধুৰীৰ ঘৰলৈ আঁহাচোন। ইনভেষ্টিগেশ্বন এটাৰ দায়িত্ব দিম। নাই, মামুলি চুৰি। তুমি আঁহা। সবিশেষ ইয়াতে ক'ম। নমস্কাৰ, নমস্কাৰ।

বিশাখা ঃ হঠাৎ পুলিচ মাতি দিলে। আইনৰ পৰা বাচি থকাই ভাল হ'লহেতেন!

গৌতম ঃ সমস্যাটো ইমান সহজ নহয় বিশাখা। আল্টিমেট্লি ময়ো এই সমস্যাটোৰ লগত........

বিশাখা ঃ সেইকাৰণেহে কৈছো ছাৰ। এইবোৰ আইন-আদালত!

গৌতম ঃ এইখন দেশত সকলো বেআইনী খেল আইন-সংগতভাৱেই খেলা হয়। আৰু আইন-সংগতভাৱে কৰা বেআইনী কামকে ৰাজনীতি বোলা হয়। বুজিলা কিবা?

বিশাখা ঃ (হাঁহি মাৰি) হ'লেও ভয় লাগে ছাৰ। কামটো বাৰু কোনে আৰু কিয় কৰিছে বুলি আপুনি ভাবে?

গৌতম ঃ কামটো যিয়েই নকৰক, মতলৱ ভাল নহয়।

বিশাখা ঃ সাধাৰণ চোৰ এটাই সেই ছুটকেচটো কিয় নিব?

গৌতম ঃ কাকো সাধাৰণ বুলি ভবাৰ মুৰ্খামি কৰিব নোৱাৰি। তাৰোপৰি বাঘৰ চোঙত জুমি চাওঁতে বাঘ আছে বুলিয়েই ধৰিব লাগে। ছেঃ অফিচটো বৈদ্যুতিক বিজুতিৰ বাবেই জ্বলা বুলি প্ৰমাণ হৈছিলে হে, হঠাৎ কি ভুলটো হৈ গ'ল!

বিশাখা ঃ ভৱিষ্যতলৈ সাৱধান হ'ব লাগিব। (কলিংবেল বাজে)

গৌতম ঃ ভৱিষ্যতলৈ নালাগে। এতিয়া ইন্সপেক্টৰ ৰহমান আহিছে— তেওঁৰ আগত সাৱধান হোৱাহে কথা। যোৱা মাতি দিয়া। (বিশাখা ওলাই যায়। গৌতম দত্ত ভালকৈ বহে। ৰহমান সোমাই আহে। পাছে পাছে বিশাখা)

বিশাখা ঃ বহক বহক ৰহমান।

ৰহমান ঃ ছাৰ, হঠাৎ কি হ'ল?

গৌতম ঃ ৰহমান ভাই, বহা বহা। হঠাৎ হৈ গ'ল ঘটনাটো। সন্ধ্যা এওঁলোক ব্যস্ত থকাৰ সুবিধাতে ঘটনাটো ঘটিল। চৌধুৰীয়ে ভয় খালে— ভয় খাবৰ কথাই দিয়াচোন।

ৰহমান ঃ কিন্তু চুৰি হ'ল কি?

বিশাখা ঃ ছুটকেচ এটা।

ৰহমান ঃ ছুটকেচ নিশ্চয় খালী নহয়।

বিশাখা ঃ ছুটকেচটোৰ ভিতৰত বহুত বস্তু আছিল—

গৌতম ঃ বস্তুতকৈও ডাঙৰ কথা— মাটি-বাৰী সম্পৰ্কীয় বা অন্য কাগজ-পাতি, ইন্সিওৰেন্সৰ পলিচি, আটাইতকৈ ডাঙৰ কথা চৌধুৰীৰ চিকিৎসাৰ সকলো ডকুমেণ্টচ্ তাতে আছিল। বৰ ডাঙৰ সমস্যা হ'লহে।

ৰহমান ঃ (বিশাখাক) আপুনি কাৰোবাক সন্দেহ কৰে নেকি?

বিশাখা ঃ সন্দেহ কৰিবলগা তেনে কোনো মানুহ নাই।

ৰহমান ঃ এইকেইদিনত কোনোবা সন্দেহজনক মানুহ ইয়ালৈ আহিছিল নেকি?

বিশাখা ঃ নাই, তেনে কোনো মানুহ নাই অহা। অ' সিদিনা এটা ল'ৰা আহিছিল-সি আহিয়েই ক'লেহি- সি হেনো সাংবাদিক। তাৰপিছত যা-তা প্ৰশ্ন কৰিবলৈ লাগি গ'ল।

ৰহমান ঃ প্ৰশ্নবোৰ কি সন্দৰ্ভত আছিল?

বিশাখা ঃ এই এখেতৰ অফিচৰ কথাবোৰৰ সন্দৰ্ভত।

ৰহমান ঃ হুম! (চিন্তা কৰে) তাৰপিছত?

গৌতম ঃ চোৰাচোন অফিচটো বৈদ্যুতিক বিজুতিৰ বাবে জ্বলাটো প্ৰমাণ হৈ গৈছে। সেই একেবোৰ কথাকে—

ৰহমান ঃ আপুনি কি কৰিলে?

বিশাখা ঃ মই একো কৰা নাই। এওঁহে ৰামলালক কৈ উলিয়াই দিলে-।

ৰহমান ঃ ৰামলাল কোন? আপোনালোকৰ দাৰোৱানটো নেকি?

বিশাখা ঃ হয়, বহুত পুৰণি মানুহ।

ৰহমান ঃ মাতকচোন তাক।

বিশাখা ঃ (বাহিৰলৈ চাই) ৰামলাল, ৰামলাল—!

ৰামলাল ঃ মেমচাহাব-

বিশাখা ঃ চাওঁ, এইফালে আহচোন! (ৰামলাল সোমাই আহে)

ৰামলাল ঃ মেমচাহাব!

বিশাখা ঃ (ৰহমানক) ইয়েই ৰামলাল। (ৰামলালে নমস্কাৰ দিয়ে)

ৰহমান ঃ তোমাৰ নাম?

ৰামলাল ঃ ৰামলাল চৌহান।

ৰহমান ঃ আচ্ছা ৰামলাল! আজি সন্ধ্যা যে ইয়াত এটা চুৰি হ'ল তই ক'ব পাৰনে?

ৰামলাল ঃ চুৰি? ইয়াত? নাই গম্‌তো নাপাওঁ।

ৰহমান : তই একো গম নাপাৱনে?

ৰামলাল : পাওঁ— চাহাবৰ অসুখ বুলি গম পাওঁ। ডাক্তৰ বাবুক অহা দেখিছো।

ৰহমান : ইমান ডাঙৰ ঘটনা এটা হৈ গ'ল, অথচ তই গম নাপাৱ'?

বিশাখা : আচলতে আমি ইয়াক একো কোৱাই নাই।

ৰহমান : ঠিক আছে। আজি সন্ধ্যাৰ পৰা ইয়ালৈ কোন কোন আহিছিল? মিছা মাতিবৰ যত্ন নকৰিবি।

ৰামলাল : মিছা কিয় ক'ম চাহাব! ডাক্তৰ বাবু আহিছে। মিনিষ্টাৰ চাহাব আহিছে,

ৰহমান : আৰু?

ৰামলাল : আপুনি আহিছে-

ৰহমান : আৰু?

ৰামলাল : দুটা ল'ৰা আহিছিল। মোৰ লগত কথা পাতি গুচি গ'ল।

ৰহমান : তোক চাহাবে কথা পাতিবলৈ ৰাখিছেনে ডিউটি কৰিবলৈ?

ৰামলাল : মই ডিউটি ঠিকেই কৰিছো চাহাব। সিহঁতৰ সম্পূৰ্ণ তালাচী লৈহে সিহঁতক চৌহদত সোমাবলৈ দিছো।

ৰহমান : তাৰপিছত?

ৰামলাল : কথাবোৰ ল'ৰাকেইটাৰ বৰ বাল। বৰ ভাল ল'ৰা। কথা পাতি থাকোতেই এবাৰ মই ঘূৰি আহি চালোহি, সিহঁত এটাও নাই। মই ভাবিলো এই আপদ দুটা গ'ল ভালেই হ'ল। তাৰ অলপ পিছতে গম পালো ছাৰৰ অসুখ।

ৰহমান : ল'ৰাদুটাৰ নাম-ঠিকনা জাননে?

ৰামলাল : নাজানো ছাৰ। মই অন্য কথাহে পাতিলো।

ৰহমান : কি কথা পাতিলি?

ৰামলাল : ক'ব নোৱাৰো ছাৰ!

ৰহমান : কিয়?

ৰামলাল : সেইবোৰ কথা ক'বলৈ মোৰ লাজ লাগে চাহাব।

ৰহমান : সিহঁতে কিবা বস্তু এৰি গৈছে নেকি?

ৰামলাল : সিহঁতৰ লগত বস্তু নাছিলেই। অ' এখন ফটো এৰি গ'ল চাহাব।

ৰহমান : যাচোন লৈ আহ। (ৰামলাল ওলাই যায়) ছাৰ চিন্তা নকৰিব। ফটোখন পালে বহুত কথা ওলাই যাব। সিহঁত বেটা ক'ত সাৰিব?

গৌতম : আচ্ছা, ৰহমান ভাই! ৰামলালৰ কথাবোৰ সঁচা যেন লাগিছেনে?

ৰহমান : মিছা কথা ক'ব পৰাকৈ মানুহটো চালাক যেন লগা নাই ছাৰ! মোৰ ভাব হৈছে সি এটা মস্ত বুৰ্বক। (ৰামলাল সোমাই আহে)

ৰামলাল : এইখন ছাৰ। এইখন ফটো।

(ৰহমানে ফটোখন চাই খুউব হাঁহে, তাৰপিছত বিশাখাক দেখুৱাই দুয়ো হাঁহে, তাৰপিছত গৌতমক দেখুৱাই তিনিও হাঁহে)

ৰামলাল : (বেঙাৰ দৰে চাই থাকে) কিয় হাঁহিছে চাহাব?

ৰহমান : চোৰ এইটোৱেই নেকি?

ৰামলাল : নহয় চাহাব, এইজনী সেই ল'ৰা দুটাৰ ভনীয়েক।

ৰহমান : তাৰমানে চোৰটো ঐশ্বৰ্য ৰায়ৰ ককায়েক? (তিনিও হাঁহি হাঁহি বৈ যায়। হঠাৎ ৰহমানে পুলিচী মেজাজেৰে ৰামলালৰ ডিঙিত খামুচি ধৰে।)

ৰহমান : ৰামলাল, সঁচা কথা ক'! চোৰ তই চিনি পাব?

ৰামলাল : (কান্দি) নাই, মই চিনি নাপাওঁ মাই বাপ। মই নিমখহাৰাম নহয়।

ৰহমান : তই পক্কা নিমখহাৰাম। (গতা মাৰি দিয়ে)

ৰামলাল : (বিশাখাক) মোক বচাওক মেমচাব, ই বেকচুৰ। (হঠাৎ মন্ত্ৰী দত্তই পালো বুলি চিঞৰি উঠে)

ৰহমান+বিশাখা : কি পালে চাৰ?

গৌতম : ৰামলাল!

ৰামলাল : চাহাব!

গৌতম : এইফালে আহ! আহ, এটা কথা সঁচাকৈ ক'বি ৰামলাল— চোৰ অৰ্থাৎ তোৰ ওচৰলৈ অহা ল'ৰা... দুটা হয়তো?

ৰামলাল : হয় চাহাব, মই সেইটো কিয় ভুল কৰিম?

গৌতম : ল'ৰা দুটা আনপঢ় অৰ্থাৎ পঢ়া-শুনা নকৰা?

ৰামলাল : পঢ়া-লিখা, বহুত পঢ়া-লিখা চাহাব।

গৌতম : তই কেনেকৈ জানিলি?

ৰামলাল : মই সিহঁতৰ বেগ তালাচী কৰোতে সিহঁতক চাকৰিলৈ মতা কলিংলেটাৰ বহুত পাইছিলো। আৰু সিহঁত দুটাই মাজে মাজে ইংৰাজী কথাও দুই-এটাও পাতিছিল।

গৌতম : চাব্বাচ ৰামলাল, চাব্বাচ। তই বহুত ভাল খবৰ দিলি। হোঁ, ল'- এয়া তোৰ বক্চিচ (পকেটৰ পৰা এশ টকা উলিয়াই দিয়ে, ৰামলালে অবিশ্বাসৰ ভংগীত লয়) যা ৰামলাল, তই এতিয়া যা— যা।

ৰহমান : ছাৰ, মই একো বুজি নাপালো, আপুনি........

গৌতম : চিন্তাৰ কাৰণ নাই ৰহমান ভাই। চোৰ অতি শীঘ্ৰে আমাৰ হাতলৈ আহিব।

ৰহমান : কাৰণ?

গৌতম ঃ সিহঁত দুটা।

ৰহমান ঃ দুটা?

গৌতম ঃ আৰু গম পালো সিহঁত দুটা শিক্ষিত।

ৰহমান ঃ মই একো বুজা নাই ছাৰ।

গৌতম ঃ কথা একেবাৰে সহজ, আমাৰ দেশত দুটা শিক্ষিত মানুহ বেছি সময় মিলা-প্ৰীতিৰে থাকিব নোৱাৰে। খুউব সোনকালেই সিহঁতৰ মাজত মনোমালিন্য হ'বই। সেই মতানৈক্যই কোনোবা এটাক আনি সিহঁতৰ শত্ৰুপক্ষৰ ওচৰ পোৱাবহি।

ৰহমান ঃ আপুনি ছাৰ ইমান কন্‌ফিডেণ্ট?

গৌতম ঃ এয়া মোৰ অভিজ্ঞতা। মোৰ ৰাজনৈতিক অনুভৱ। অঁ' তুমি যদি ভাবা ইয়েই মোৰ ৰাজনীতিৰ মূলধন, তেনে ভুল নহয়।

বিশাখা ঃ ভগৱানে কৰক আপোনাৰ অভিজ্ঞতা সঁচা হওক!

গৌতম ঃ হ'বই। ইন্সপেক্টৰ, নিশা বহুত হ'ল তুমি যোৱা। আমি প্ৰয়োজন হ'লে তোমাক খবৰ দিম। মই ভাবো প্ৰয়োজন নহ'বই নেকি!

ৰহমান ঃ তেনে গুড নাইট, ছাৰ!

গৌতম ঃ গুড নাইট! (বিশাখালৈ চাই) এতিয়া পাচৰ সকলো প্লেন মোৰ মতে হ'ব।

বিশাখা ঃ নিশা বহুত হ'ল ছাৰ!

গৌতম ঃ (বিশাখাৰ মুখত আঙুলি দি) ওঁ....... গৌতম! আৰু নাইট ইজ? টু ইয়ং! (দুয়ো হাঁহে, ডিৰেকচন)

## ৪ৰ্থ নাট্যক্ষণ

(এটা ছাত্ৰাবাস। অৰূপে আঁঠুদুটাৰ মাজত ভঙ্গ-আইনা এখন চেঁপামাৰি মূৰ আঁচুৰিছে। মাজে মাজে বেসুৰা হিন্দী গানৰ কলি, উঠি গৈ বিচাৰি-খোচাৰি টিউব এটা উলিয়াই চেপি, কিবা অকণ গালত সনাৰ চেষ্টা কৰে)

অৰূপ : (খালী টিউবটো চেপি) নহ'বনে? হেৰৌ, আজি দিনটো চলাৰ উপায় নহ'বনে? অ'.. মোৰ দেখোন যাত্ৰা নষ্ট কৰিবি এতিয়া। জয় বজৰংগ বলী কী জয়..... (অকণমান আঙুলিৰ মূৰত লৈ) হ'ব। হে কামধেনু, তোমাক বিসৰ্জন দিমনে? নিদিওঁ। থাকচোন, ঘৰৰপৰা পইচা অহাঁলৈকে। আহিব, এইদুই-এদিনতে, তেতিয়া পৰ্যন্ত তোমাক থলো, ইহাতিষ্ঠ, ইহাতিষ্ঠ। (চেণ্টৰ বটল এটা লৈ) তুমি যে মোৰ বক্ষমণ্ডল সিক্ত কৰি কৰি নিজে ৰিক্ত মই জানো, তথাপিও ক'ৰবালৈ যোবাৰ আগতে তোমাক হাতত . লোৱাটো অভ্যাস যে— নহ'লে অসুবিধা পাওঁ (চেণ্ট লোৱাৰ দৰে কৰে, এনেতে বাহিৰত কোনোবাই মাতে) একমিনিট, অৰূপ শইকীয়া ইজ এভেলেবোল (দুৱাৰ খুলি) আৰে, অনুদা দেখোন! এই পুঁৱাতে যে? আহক, আহক ভিতৰলৈ, বহক বহক। ই আজি ভাবিছিলোহে- ঘৰলৈ খবৰ এটা দিবলৈ কাৰোবাক পাওঁনে নাপাওঁ!

অৰুণাভ : খবৰ? ঘৰলৈ? মানে কিবা ভাল খবৰ আছে নেকি?

অৰূপ : ভালেই বুলিব পাৰে, আমাৰ টেষ্ট পাতিছিল। মই ১৪%পালো।

অৰুণাভ : বৰ কম পালা দেখোন!

অৰূপ : নাই মই সিমানতে সন্তুষ্ট। মানুহ অলপতে সন্তুষ্ট হ'ব লাগে।

অৰুণাভ : মেজৰ কটা যাব দেখোন!

অৰূপ : ইউনিয়নৰ ল'ৰাতো! ছাৰে বুজি পায়। হঠাৎ নাকাটিব নেকি?

অৰুণাভ : হ'ব বাৰু, মই খবৰ দিম।

অৰূপ : লগতে ক'ব- পইচা কেইটামান সৰহকৈ পঠিয়াবলৈ।

অৰুণাভ : হ'ব হ'ব (বাহিৰলৈ চাই) আহক, সোমাই আহক (অৰ্ণৱ আহে) মোৰ বন্ধু দেই! অৰূপ তুমি ক'ৰবালৈ ওলাইছা নেকি?

অৰূপ : মোৰ মিটিং এখন আছিল। এতিয়া আপোনালোকো আহিল।

অনুৰূপা : হ'ব আপুনি যাওক। আমি অকণমান বহিম।

অৰূপ : তুমি বুলিয়েই ক'ব। মানে দাদা নতুনকৈ পলিটিক্স শিকিছোতো, মিটিং-মাটাংবোৰ মিছ্ কৰিবলৈ অলপ টান পাওঁ। ইফালে আপুনি নতুন মানুহজন আহিল! বেয়া পাইছে নহয়..........

অৰুণাভ : হ'ব তুমি যোৱা— চিন্তা কৰিব নালাগে। আমি চাহ-তাহ বাটত খায়েই আহিছো।

অৰূপ : অনুদা, মই সেইটো জানো। এনেকুৱা মেচলৈ খাম বুলি কোনো নাহে- খুৱাম বুলি অৱশ্যে আহে। (মনে মনে) টকা দহটা হ'ব নেকি?

অৰুণাভ : খুচুৰা তেনেকৈ নায়েই নহয়।

অৰূপ : হ'ব অনুদা! টেক ইট্ ইজি!

অনুৰূপা : পাঁচ টকাৰে চলিব নেকি?

অৰূপ : (লাজ লাজকৈ) ছামথিং ইজ বেটাৰ দেন নাথিং (টকাটো লয়) আচ্ছা অনুদা, মই যাওঁ (অৰ্ণৱক) দাদা, কিবা এটাতো কৰিব লাগিব। নহ'লে খাম কেনেকৈ? মেজৰৰ পাৰ্চেণ্টেজটো গম পালেই। গতিকে পলিটিক্সৰ কায়দা-কচৰৎ অলপ মনোযোগেৰে শিকি ল'ম।

অৰুণাভ : বনি বদমাচ। পঢ়া-শুনাত মন নাই—!

অৰূপ : দাদা, আজিকালি পঢ়ি-শুনি চাকৰি লোৱাতকৈ পলিটিচিয়ানৰ চেলা-চামুণ্ডা হৈ আনক চাকৰি দিয়াই ভাল।

অনুৰূপা : মেজৰৰ বিষয়টো আয়ত্ব কৰিলে আত্ম-সন্তুষ্টি এটাতো পাবা, সকলো কথা জানো ইমান প্ৰেক্টিকেলিভাৱে, অৰূপ?

অৰূপ : আত্ম-সন্তুষ্টি মিছা কথা দাদা, Frustation, Frustation, তাৰ বাদে একো নাই (হঠাৎ ঘড়ীলৈ চাই) দাদা মই পলম কৰিছো- যাওঁ আপোনালোকে মন গ'লে চাহ্-তাহ কনাই খাব। ষ্টভ আছে, কাপ আছে, চব্ তাতে আছে। মই যাওঁ-

অৰুণাভ : চাহপাত আছে?

অৰূপ : নাই। দোকান ওচৰতে আছে, সৌখন.........

অৰুণাভ : চেনি একা?

অৰূপ : চেনিও নাই। একেখন দোকানতে পাব। সৰহঁকৈ নিকিনিব। মই যাওঁ- (অৰূপ ওলাই যায়)

অনুৰুণ : বৰ জ'লী ল'ৰা দেই। উঃ, এতিয়াহে ৰক্ষা পোৱা যেন লাগিছে।

অৰুণাভ : ঠাইডোখৰ আমাৰ কাৰণে সুবিধাজনক, নহয়নে?

অনুৰুণ : হয় হয়। কালিৰ পৰা কমখন ধুমুহা পাৰ হৈ গৈছেনে? সেই ফুটপাথৰ পৰা ছাত্ৰাবাস পৰ্যন্ত! ঠিক আছে অকণমান বহি লওঁ— আপুনি কিন্তু এই লাইনত পক্কা দেই।

অৰুণাভ : মানে?

অনুৰুণ : মানে, ইমান সহজে কামটো কৰি পেলালে।

অৰুমাভ : মই জীৱনত প্ৰথম এনে কাম কৰিলো। কিয় আৰু কেনেকৈ কৰিলো মই নিজেই ক'ব নোৱাৰো। বোধহয় প্ৰতিশোধৰ ভাৱে মোক দুঃসাহসী কৰি পেলাইছিল। দাৰোৱানটো ইমান সহজে কাবু হ'ল.....

অনুৰুণ : তাৰ স্বভাৱটো আৰু দুৰ্বলতাখিনি মইবহুদিনৰ পৰাইষ্টাডি কৰি আছিলো। আচ্ছা, এতিয়া অকণমান শোওঁ।

অৰুণাভ : নালাগে নালাগে। ল'ৰাটো ঘূৰি অহাৰ আগতে ছুটকেচটোৰ কিবা এটা দিহা লগাওঁ।

অনুৰুণ : ঠিকেই, শুভস্য শীঘ্ৰম। শুৱলে গোটেইজীৱনটো পাম, কিন্তু এনে সুবিধা? কি আছে বাৰু ইয়াৰ ভিতৰত?

অৰুণাভ : যিকোনো বস্তু থাকিব পাৰে, কাগজ-পত্ৰ, কাপোৰ, টকা-পইচা....

অনুৰুণ : অলংকাৰ, গহনা আদিও থাকিব পাৰে।

অৰুণাভ : একো অসম্ভৱ নহয়।

অনুৰুণ : ছুটকেচটোৰ ওজন আৰু ৰেহৰূপ চাই ইয়াত যে কিবা ভাল বস্তু আছে মই খাটাং। ইমান দামী ছুটকেচটোত আৰু ফটাকানি থোৱা নাযায়। ঠিক আছে কিমান মূল্যৰ বস্তু থাকিব পাৰে বাৰু?

অৰুণাভ : হয়তো লাখৰ...........!

অনুৰুণ : (উৎফুল্লিত হৈ) লাখ???

অৰুণাভ : একো অসম্ভৱ নহয়।

অনুৰুণ : এক, দহ, শ, হাজাৰ, লাখ............. (অৰ্থবহ সাবতি ধৰে) চাকৰিৰ বাবে

বন্ধক দিয়া মাটিকণ খুলিব পাৰিম, মাৰ সমাধিটো পকা কৰিম। ক'ম, মা চোৰা- তোমাৰ অনু যোগ্যতাহীন নহয়। ভনীজনীৰ ওচৰত ককাই বুলি কথা এষাৰ ৰজিব।

অৰুণাভ : একো লাভ নাই। তাৰ পৰা একো লাভ নহয়। নিজৰ বিবেকক ফাঁকি দি সুখী হ'বলৈ সকলোৱে যত্ন কৰে। কিন্তু কোনো নহয়!

অনুৰণ : আপুনি এইবোৰ কি কৈছে? তাৰ মানে আমি ভুল কৰিছো।

অৰুণাভ : আপুনি কৰিছেনে নাই মই নাজানো, কিন্তু মই কৰিছো। মই ভুল কৰিলো, প্ৰথম ভুল- মই চুৰ কৰিলো, দ্বিতীয়তে, মই এনে এজন ব্যক্তিক মোৰ সতীৰ্থৰূপে পালো যাৰ সৈতে মোৰ চিন্তাৰ ধৰণ, জীৱনবোধ মিল নাই। অসম্ভৱ এনে সতীৰ্থৰে সফল হোৱা অসম্ভৱ।

অনুৰণ : কিন্তু..., আমিতো সফল হ'লোৱেই।

অৰুণাভ : নাই হোৱা, নহওঁ। হ'ব নোৱাৰে, আজিলৈকে সমাজত যিমান প্ৰতিবাদ সফল হৈছে তাৰ কাৰণ সতীৰ্থসকলৰ মনগত বৈষম্য, চিন্তাৰ প্ৰভেদ।

অনুৰণ : কিন্তু অৰূপ অহাৰ আগতে আমি বাকচটো খুলিব লাগিব।

অৰুণাভ : নুখুলিলে নহ'বনে?

অনুৰণ : নুখুলিম? কিয় নুখুলিম?

অৰুণাভ : কাৰণ, মই আৰম্ভণিতেই কৈছিলো আমি ব্যক্তিগত লাভৰ কাৰণে চুৰ নকৰো। গতিকে বাকচটো পেলাই দিওঁ, কি আছে চাই কি লাভ হ'ব? দেখিলে লোভ উপজিব পাৰে।

অনুৰণ : কিয় নুখুলিম হে?

অৰুণাভ : ক'লো নহয়। খুলিলে ভিতৰত কি আছে দেখিম। দেখিলে মোহ উপজিব, সেই মোহে আমাক অবাটে নিব। আমাৰ সংকল্প আছিল- আমি পূৰণ কৰিলো। বচ্, কথা শেষ।

অনুৰণ : নহ'ব দেই, মই ইমান সন্যাসী নহয়। মই খুলিম।

অৰুণাভ : মই খুলিব নিদিওঁ।

অনুৰণ : মই খুলিম-খুলিম-খুলিম-

অৰুণাভ : তেনে খোলক আপুনি। কিন্তু এই মুহূৰ্তৰ পৰা মই আপোনাৰ সমভাগী নহওঁ।

অনুৰণ : মই তেনে খোলো, কিন্তু কেনেকৈ খোলো? (চুকৰ পৰা বিচাৰি এখন কটাৰী আৰু এটা শিল আনি খুলিব খোজে।) নহয় নহয়, জীৱনৰ প্ৰথম সফল কামটো এনেকৈ নকৰে। (টেবুলৰ পৰা এডাল ধূপ জ্বলাই) এতিয়া

· খোলো (খোলে)। Direction. (লৰালৰিকৈ ভিতৰত কি আছে চায়, অৰ্ণৱেও চাইহি, কিন্তু ভিতৰত ফাইল, কাগজ আদিৰ বাদে বিচৰা বস্তু একো নাপাই অনুৰণ নিৰাশ হয়।)

অনুৰণ : (ছুটকেচটো ঠেকেচা মাৰি থৈ) এইটোচোন কোবা-ভাতুৰী! অৰ্ণৱে কাগজবোৰ পঢ়ে। লাহে লাহে উৎফুল্লিত হৈ-)

অৰুণাভ : ইয়াহু...., দিবাকৰ চৌধুৰী। বেটা- এইবাৰ বুঢ়াৰ হাতত চেঙেলী! হেৰা আমি ভবাতকৈও বহুত বেছি মূল্যৰ বস্তু আছে ইয়াত।

অনুৰণ : (কাগজবোৰ চাই) এইবোৰেনো কি কামত আহিব আমাৰ?

অৰুণাভ : বুজা নাই? তোমাৰ বুদ্ধি দেখিছো বেছ মোটা দেই। চাওঁ, এইফালে আঁহা, বহা। আমি এই চুৰিকাৰ্যটো কিয় কৰিছিলো? দিবাকৰ চৌধুৰী নামৰ ঠগবাজ, অসৎ বিষয়াজনৰ ওপৰত প্ৰতিশোধ ল'বৰ কাৰণে?

অনুৰণ : কিন্তু এই কাগজবোৰ?

অৰুণাভ : এতিয়া আমি এই কাগজবোৰেৰে ইচ্ছা কৰিলে দিবাকৰ চৌধুৰীক ফাঁচীকাঠত ওলোমাব পাৰো। তেওঁৰ ডিপাৰ্টমেণ্টৰ দুৰ্নীতিৰ বিৰুদ্ধে এইবোৰ দলিল। এইবোৰ বিচাৰি মেডিয়া বা চি.বি.আই.ৰ মানুহ হায়ৰাণ, এইখিনি যদি আমি দি দিওঁ চৌধুৰীৰ মুখা খুলি নাযাবনে?

অনুৰণ : তুমি কিন্তু জিনিয়াচ্ দেই, ভাই। সেই কথাটো বুজোতে ইমান সময় লাগেনে? ধ্যেৎ তেৰি..........

অৰুণাভ : এতিয়া এইবোৰ সামৰা। অৰূপ যিকোনো সময়ত ঘূৰি আহিব পাৰে। (অনুৰণে কাগজ-পাতি সামৰে। আমি অন্ততঃ সন্তুষ্টি পাম- দিবাকৰ চৌধুৰীক এসেকা দিব পাৰিলে। অন্ততঃ সমাজৰ হকে কিবা এটা কৰা হ'ব। নহয়নে? কি হ'ল? তুমি কি ভাবিছা?

অনুৰণ : মই এটা অতি ভাল কথা ভাবিছো।

অৰুণাভ : তাৰ মানে তুমি কেতিয়াবা বেয়া কথাও ভাবা নেকি?

অনুৰণ : বি চিৰিয়াছ্ ভাই। শুনা- এই কাগজ-পত্ৰবোৰ বা ফাইলবোৰ লৈ চৌধুৰীক আমি ব্লেকমেইল কৰিবতো পাৰো।

অৰুণাভ : তুমি কি কৈছা? মোক কি বুলি ভাবিছা?

অনুৰণ : মই ঠিকেই কৈছো। এই ডকুমেণ্টবোৰৰ কাৰণে চৌধুৰীয়ে যি কোনো মূল্য দিবলৈ সন্মত হ'ব। আমি ইচ্ছা কৰিলে ল'ব পাৰো। ল'ব পাৰো- মানে ল'ম।

অৰুণাভ : নাই নাই! আমি তেনে নকৰো, মানে কৰিব নোৱাৰো। আমি ধনী হ'বৰ

কাৰণে এই কাম কৰা নাছিলো। কেইটামান টকাৰ কাৰণে আমি কি আদৰ্শ বিক্ৰী কৰিম?

অনুৰূপ ঃ থোৱাহে তোমাৰ আদৰ্শ!

অৰূপাভ ঃ ভাবি চোৱা। টকা-পইচা লৈ ফাইলকেইটা ঘূৰাই দিলে লাভ দিবাকৰ চৌধুৰীৰ হ'ব। তাতোকৈ আমি তেওঁক ৰাইজৰ আগত উলিয়াই দিওঁ, প্ৰকৃত স্বৰূপ উদঙাই দিওঁ।

অনুৰূপ ঃ তেতিয়া ৰাইজে আমাক কি দিব? চাকৰি? ভাত?? কাপোৰ??? কি দিব? এই দুনীয়াত টকা নহ'লে একো নাই।

অৰূপাভ ঃ টকা নহ'লে একো নহয় সঁচা, কিন্তু টকাই পৃথিৱীত সকলো নহয়।

অনুৰূপ ঃ আঃ। তুমি অবুজৰ দৰে কথা কিয় কৈছা। এনেকুৱা সুবিধা মানুহে সদায় নাপায়।

অৰূপাভ ঃ এইক্ষেত্ৰত মই তোমাৰ লগত একমত হ'ব নোৱাৰো।

অনুৰূপ ঃ (উদ্‌ভ্ৰান্তৰ দৰে) মোৰো তেনে শেষ কথা- টকা ঘটাৰ ইমান সহজ উপায় এটা মই এৰিব নোৱাৰো।

অৰূপাভ ঃ তুমি আকৌ এবাৰ ভাবা বন্ধু।

অনুৰূপ ঃ আৰু একো ভাবিবলৈ নাই। ক'লো নহয়, মোৰ শেষ কথা।

অৰূপাভ ঃ উঃ তোমাক আৰু নোৱাৰি ভাই। তেনে তোমাৰ মতে তুমি কৰা। মই আহিলো, তুমি কিন্তু এই ভুলৰ মূল্য বৰ বেছিকৈ দিব লাগিব। (যায়)

অনুৰূপ ঃ যোৱা, যোৱা......। তোমাৰ সাহস নাই যদি গুচি যোৱা। মোক অসুবিধা নকৰিবা। মই কৈ দিলো। কাপুৰুষ ক'ৰবাৰ.......... (এনেতে অৰূপ সোমাই আহে)

অৰূপ ঃ অনুদা, অ' অনুদা। কি হ'ল? আপোনাৰ বন্ধু দেখোন একেবাৰে অগ্নি-নিৰ্বাপক গাড়ী যোৱাদি গুচি গ'ল। ৰং-স্পীড চব মিলিছে। মাত্ৰ ঘণ্টাটো নাই।

অনুৰূপ ঃ নিজে জ্বলিহে গৈছে। জুই নুমাবলৈ যোৱা নাই।

অৰূপ ঃ অ' দাদা- ব্যাপাৰটো কি? এক নম্বৰটো?

অনুৰূপ ঃ যদি দুই নম্বৰ হয়, তোমাৰ সহযোগ নাপাম নেকি?

অৰূপ ঃ কিয় নাপাব? দুই নম্বৰীৰ তালিম লৈয়েই আছো।

অনুৰূপ ঃ চাবাচ! মামলা লাখটকীয়া।

অৰূপ ঃ লাখটকীয়া, পাবনে? আপোনাৰ যাব?

অনুৰূপ ঃ তুমি সহায় যদি কৰা পাম!

অৰূপ ঃ কওক দাদা মই কি কৰিব লাগে ? চাবধান ? বিশ্ৰাম ? কদমতাল ?

অনুৰূপ ঃ প্ৰয়োজন হ'লে সাৱধান, প্ৰয়োজন হ'লে বিশ্ৰাম। আৰু প্ৰয়োজন যদি হয় কদমতাল........

(অৰূপে কদমতাল ভংগী কৰে। অনুৰূপে এক দো এক কৰে)

## ৫ম নাট্যক্ষণ

(দিবাকৰ চৌধুৰীৰ ঘৰ। মঞ্চত দিবাকৰ বহি থাকে।
বকুলীয়ে এগিলাচ পানী লৈ সোমাই আহে।)

বকুলী ঃ ছাৰ পানী। (দিবাকৰ উঠিবৰ যত্ন কৰে। বকুলীয়ে পানী খোৱাত সহায় কৰে। বিশাখা সোমাই আহি চৌধুৰীক ধৰে)

বিশাখা ঃ চাওঁ, পোনকৈবহক। অ' এনেকৈ। এতিয়া কেনেকুৱা অলপ ভাল পাইছেনে?

চৌধুৰী ঃ পাইছো, ছুটকেচটো পাম বুলি বিশ্বাস হোৱাৰে পৰা, মুৰ জিন্‌জিন্ ভাবটো বহুত কম পাইছো। (এনেতে গৌতম দত্ত সোমাই আহে)

গৌতম ঃ চৌধুৰী, কি খবৰ?

চৌধুৰী ঃ ভাল ছাৰ। (উঠিবৰ যত্ন কৰে)

গৌতম ঃ নালাগে নালাগে। আপুনি আৰাম কৰক। আৰু কিবা খবৰ?

বিশাখা ঃ ছাৰ! আধাঘণ্টামানৰ আগতে কোনোবা এজন মানুহে ফোন কৰিছিল।

গৌতম ঃ গুড নিউজ, কি কয় সিহঁতে।

বিশাখা ঃ ছাৰ কথাটো ইমান লঘুকৈ নল'ব। সিহঁতে টকা ডিমাণ্ড.............

গৌতম ঃ বুজিছো বুজিছো, সিহঁতে টকাৰ বিনিময়ত ছুটকেচটো ঘুৰাই দিম বুলি কৈছে। এয়েতো? তুমি কি ক'লা।

বিশাখা ঃ মই অলপ পাচত ক'ম বুলি কৈছো। সিহঁতে আকৌ ফোন কৰিব।

গৌতম ঃ তেনে শুনা, সিহঁতৰ কথামতেই হ'ব বুলি ক'বা।

চৌধুৰী ঃ কিন্তু ছাৰ। টকাৰ অংকটো বেছ ডাঙৰ।

গৌতম ঃ হওক ডাঙৰ, হয় কৰি দিব লাগে।

বিশাখা ঃ কিন্তু ছাৰ পাঁচলাখ কি ধেমালি টকা? ইমান সহজে..............

গৌতম ঃ জানো ই পাঁচলাখ বহুত টকা, কিন্তু এই কাৰণেই হয় কৰিব লাগে। যাতে সিহঁতে প্ৰলোভিত হয়। (ইন্সপেক্টৰ ৰহমান সোমাই আহে)

ৰহমান ঃ ছাৰ, কথাবোৰ আপুনি কোৱাৰ দৰেই হৈছে।

গৌতম ঃ মইতো কৈছিলোৱেই ইন্সপেক্টৰ। সিহঁত অতি সহজে হাতলৈ আহিব। সিহঁতে জালত ভৰি দিলেই। এতিয়া ধৰাটো তোমাৰ কাম। (এনেতে টেলিফোন বাজে) যোৱা বিশাখা। চাবা যাতে ভুল নকৰা।

বিশাখা ঃ হেল্লো, হয় দিবাকৰ চৌধুৰীৰ ঘৰ। তেখেত অসুস্থ। কথা মোৰ লগতে পাতিব পাৰে। টকা আপোনালোকৰ ডিমাণ্ড মতে পাই যাব।

গৌতম ঃ এতিয়া ৰহমান- আপুনি চিভিল ড্ৰেছত কেইজনমান চিপাহী মোতায়েন কৰক। চাব যাতে সিহঁত সাৰি যাব নোৱাৰে।

ৰহমান ঃ হ'ব ছাৰ। আপুনি চিন্তা নকৰিব। কাইলৈ সিহঁতৰ খেলা শেষ।

গৌতম ঃ বেষ্ট অব লাক, ইন্সপেক্টৰ।

ৰহমান ঃ থেংক ইউ ছাৰ। মই এতিয়া যাওঁ। (যাব খুজি ঘূৰি আহে) মিঃ চৌধুৰী ফ'ৰ ইয়ৰ ছিকিউৰিটি ছে'ক। এটা কথা কওঁ–

চৌধুৰী ঃ কওক–

ৰহমান ঃ আপোনাৰ এই বুৰ্বক দাৰোৱানটো আৰু কাম কৰা ছোৱালীজনী চেঞ্জ কৰক। (ওলাই যায়)

চৌধুৰী ঃ কিন্তু ৰামলালক? নাই নোৱাৰো পঠিয়াব।

বিশাখা ঃ বকুলী নহ'লেতো মোৰ ঘৰেই অচল।

গৌতম ঃ নাই নাই, ঠিকেই কৈছে ৰহমানে– কথাটো ময়ো ভাবি আছিলো। সাঁফৰ খোলাৰ পিছত কিছুমান ঔষধ আৰু দুৰ্ঘটনাৰ পিছত কিছুমান ভৃত্য ব্যৱহাৰৰ অনুপযোগী।

চৌধুৰী ঃ কিন্তু সিহঁতৰ ভুল ক'ত ছাৰ? ৰামলালৰ দৰে এটা ভাল দাৰোৱান আৰু বকুলীৰ দৰে এজনী ছোৱালী ক'ত পাম?

গৌতম ঃ ৰামলালৰ বুৰ্বকামিৰ সুযোগ যাতে আনে আকৌ এবাৰ ল'ব নোৱাৰে তাৰ বাবেই তাক বিদায় দিয়া ভাল। আৰু বকুলীয়ে তাইৰ মালিকৰ দুৰ্বলতাখিনি ভালদৰে বুজি পালে। আপুনি যে এটা ভয়াতুৰ মানুহ জনাৰ পিছত তাই যাতে সুবিধা ল'ব নোৱাৰে-সেয়া ভাবি তাইক পঠিয়াই দিয়াই ভাল হ'ব। সিহঁতে ব্লেকমেইল কৰিব খুজিছিল আমাক তাৰ বলি হ'ল ৰামলাল আৰু বকুলী।

বিশাখা ঃ ছাৰৰ কিন্তু চিন্তাৰ ধৰণ বেলেগ।

গৌতম ঃ ধন্যবাদ! এতিয়া কাইলৈৰ বাবে সকলো সাজু হওক। শুভৰাত্ৰি।

## অন্তিম নাট্যক্ষণ

(এইদৃশ্যটো এটা সৰু সৰু নাট্যমুহূৰ্ত। প্ৰতিটো মুহূৰ্ত পৃথকভাৱে উপস্থাপন কৰা হ'ব।)

১ম খণ্ডচিত্ৰঃ (চহৰৰ জনপথ। অৰুণাভ আৰু অৰূপ।)

অৰূপ : আৰে অনুদা। আপুনি চিন্তা নকৰিব। অৰূপ শইকীয়াই পাৰিম বুলি কৈছে যেতিয়া কাম ধৰি লওক হ'লেই।

অৰুণাভ : চাবা কিন্তু— বিপদৰ আশংকা দেখিলে আঁতৰি আহিবা।

অৰূপ : মজৰত ১৪% পালো বুলি এইক্ষত্ৰত চিন্তা কৰিব নালাগে। চাব ১০০% চাক্‌চেচ। চিধা ছুটকেচ লৈ যাম। ছোৱালীজনীক ক'ম— এই ছোৱালী দে-বচ্ গুচি আহিম। তাৰ পিছত মালামাল........... (যাব ধৰে)

অৰুণাভ : বেষ্ট অব্ লাক! মই ইয়াতে ৰ'ম!............ (অনুৰণ চিন্তিত হৈবহি থাকে। কিছুপৰ পাইচাৰি কৰে। অৰূপে এটা মোনা লৈ দৌৰি আহে।)

অৰূপ : দাদা, দাদা কাম হৈ গ'ল— এয়া এয়া চাওক। পাঁচলাখ———

অৰুণাভ : হৈগ'ল? ইমান সহজে? মই ভবাইনাছিলো ভাই! দিয়া দিয়া, ব'লা এতিয়া আঁতৰি যাওঁ। তুমি কিন্তু গ্ৰেট্ দেই। মানিলো তোমাক—

অৰূপ : কিন্তু ক'লৈ যাব?

অৰুণাভ : কিয়? তোমাৰ মেচলৈ? ব'লা- (এনেতে ছাইৰেণ বাজে। পুলিচৰ গাড়ীৰ শব্দ)

অৰূপ : পুলিচ, দাদা পলাওক (দুয়ো পলাব ধৰে। ৰহমানে হাতত পিষ্টল লৈ)

ৰহমান : হেণ্ডচ্ আপ। পলাবৰ যতন নকৰিবি। হেণ্ডচ আপ। (দুয়ো হাত ওপৰলৈ কৰে)

(দিবাকৰ চৌধুৰীৰ ড্ৰইংৰুম। দিবাকৰ চৌধুৰী চিন্তিত হৈ চোফাৰ ওপৰত বহি থাকে। বকুলীয়ে ছুটকেচ লৈ সোমাই আহে)

বকুলী : ছাৰ, ছাৰ, অ' বাইদেউ পালো পালো।

চৌধুৰী : পালিনে, পালি বকুলী ? অ' মোৰ ছুটকেচ- (বকুলীৰ পৰা ছুটকেচটো লৈ সাবতি ধৰে।) (ভিতৰৰ পৰা বিশাখা আৰু গৌতম দত্ত ওলাই আহে।)

গৌতম : ৰিলেক্স চৌধুৰী, প্ৰকৃতিস্থ হওক। বহক ছাৰ বহক।

বিশাখা : ভগৱানক ধন্যবাদ, তোৰ যে একো নহ'ল।

বকুলী : মোৰ কিবা হ'লহেতেন নেকি বাইদেউ?

গৌতম : মুৰ্খক লৈ কাম কৰাৰ সেইটোৱেই সুবিধা। (বিশাখা আৰু গৌতমে হাঁহে।)

বিশাখা : তই যে কিমান ডাঙৰ কাম কৰিলি বুজিছনে ?

চৌধুৰী : এতিয়া ছুটকেচ্‌টোৰ কিবা এটা দিহা কৰা। যোৱা থৈ দিয়াগৈ ভালকৈ।

গৌতম : (ছুটকেচটো কাঢ়ি লৈ) মুৰ্খক লৈ কাম কৰাৰ এইটোৱেই অসুবিধা— ছুটকেচটোত সকলো ঠিকেই আছেনে আপুনি চালেনে ?

চৌধুৰী : নাই চোৱা। আছে চাগৈ।

গৌতম : (ভেঙুচালি কৰি) আছে চাগৈ ! যদি তাৰ এটা ফাইল সিহঁতে ৰাখি থৈছে- - কি হ'ব ? কি হ'ব তেতিয়া ? থাকিব নে আপোনাৰ চাকৰি ?

চৌধুৰী : হয়তো ! মই ভবা নাই।

গৌতম : ভাবিব লাগে। ভাবিবলৈ শিকিব লাগে।

চৌধুৰী : যদি এটা ফাইল নাই কি হ'ব চাৰ ? কি হ'ব ? মই কি কৰিম ? (Direction)

গৌতম : বকুলী, বকু

বকুলী : ছাৰ !

গৌতম : এগিলাচ পানী। কি দায়িত্বহীন মানুহ আপুনি !

চৌধুৰী : মোৰ ভুল হ'ল ছাৰ।

গৌতম : ভুল আপোনাৰ হৈয়েই থাকে।

বকুলী : ছাৰ, পানী—

গৌতম : মোক নহয়, এখেতক দে। চৌধুৰী পানী খাওক। এতিয়া ছুটকেচটো খোলক। চাওক চব ঠিকেই আছেনে ?

চৌধুৰী : এইটো ছাৰ......... এইটো পশুৰ বাবে পুষ্টিকৰ খাদ্য বিতৰণ কৰাৰ স্কিম। এয়া ছাৰ, এইটো ছাৰ—

গৌতম : হ'ব হ'ব। আপুনি নিজে চাওক। মোক দেখুৱাব নালাগে।

চৌধুৰী : আছে ছাৰ সকলো ঠিকেই আছে। উঃ চোৰো যে ইমান ভাল থাকে।

গৌতম : এতিয়া ফাইলবোৰ মোক দিয়ক। আৰু এই ছুটকেচটোত আপোনাৰ ইন্সিওৰেন্সৰ পলিচি, মাটিৰ কাগজ-পত্ৰ, বেমাৰৰ নথি ভৰাই থওক।

কুইক কুইক। ইন্সপেক্টৰ ৰহমান আহি চালে যাতে সেইবোৰ কাগজহে পায়। বকুলী- এই ফাইলবোৰ মোৰ গাড়ীত ভৰাই থ'গৈ। বিশাখা— বিশাখা—

বিশাখা : ছাৰ—।

গৌতম : ছুটকেচটো নতুনকৈ সজোৱাৰ দায়িত্ব তোমাৰ। পাচৰ পৰিস্থিতি চম্ভালিবা। মই আহিলো—।

বিশাখা : (চৌধুৰীৰ কাষলৈ গৈ বুজনিৰ সুৰত) চোৱা। ইন্সপেক্টৰ ৰহমান আহিব। ছুটকেচটোত থকা সকলো বস্তু ঠিকে-ঠাকেই পালা বুলি ক'বা। কি বস্তু আছিল বুলিলে কি ক'বা।

চৌধুৰী : অফিচৰ কেইটামান ফাইল।

বিশাখা : (উচপ খাই) হাঃ, তুমি দেখোন আমাক ডুবাবা। তুমি ক'বা, চব ঠিকেই আছে— আপুনি নিজেই চাই লওক।

চৌধুৰী : চব ঠিকেই আছে। আপুনি নিজে চাই লওক, হ'ব।

বিশাখা : আৰু চোৱা, ভুল কৰিলেতো আমাৰ নিজৰে বিপদ।

চৌধুৰী : ভুল কৰো বুলি কোনেও ভুল নকৰে। ভুল নিজে হৈ যায়।

বিশাখা : এইক্ষেত্ৰতো হ'ব পাৰে?

চৌধুৰী : হ'ব পাৰে।

বিশাখা : হ'ব পাৰে? তেনে শুনা এই মুহূৰ্তৰ পৰা তুমি অসুস্থ।

চৌধুৰী : কিন্তু মইচোন ঠিকেই আছো।

বিশাখা : নহয় তুমি অসুস্থ।

চৌধুৰী : মোৰ একো হোৱা নাই—

বিশাখা : তুমি অসুস্থ, তোমাক ডাক্তৰে কথা পাতিবলৈ মানা কৰিছে। আৰু যিমান মানুহ আহে কথা মই পাতিম। তুমি অসুস্থ, তুমি শোৱা, শুইপৰা.............

(Direction)

Fed-out

## ২য় খণ্ডচিত্ৰ

(চৌধুৰীৰ পদুলি। হাতত টোপোলা এটা লৈ ৰামলাল আহিবাহে)

ৰামলাল : আজিৰ পৰা এই গোটেই গেটখন বন্ধ কৰা-খোলাৰ দায়িত্ব শেষ হ'ল। ভালেই হ'ল আজৰি হ'লো। কিন্তু চাহাবে যে কয়, "তই নাথাকিলে ভাল নালাগে অ ৰামলাল।" মিছাকৈ কয় নেকি? (হাতত ভগা ছুটকেচ এটা লৈ বকুলী আহে)

বকুলী : ৰামলাল কাই! কিনো কৈ আছ'?

ৰামলাল : ক'বিনো কি, শুনিব কোনে? বুইছ' বকুলী- এই ডাঙৰ মানুহবোৰ আৰু পঢ়া-শুনা মানুহবোৰৰ বিশ্বাস নাই। চাচোন এইখন ফটো দেখুৱাই সিহঁতে মোক ঠগিলে!

বকুলী : তইনো সেইখন ফটো চিনি পাব নালাগেনে? তোৰ কাৰণেই মোৰো এই দশা।

ৰামলাল : গোটেই জীৱনটো লোকৰ ঘৰৰ চৌহদ চায়েই কটালো। আন একো চাবলৈ সময়েই নাপালো। এই চাচোন একেখন ঘৰতে আমি দুটা ইমান দিন কটালো অথচ মই আজিলৈকে তোক ভালকৈ নেদেখিলো— তই বৰ ধুনীয়া অ' বকুলী! তই বৰ ধুনীয়া। (বকুলীয়ে লাজ কৰে)

বকুলী : ছিঃ নিলাজটো ক'ৰবাৰ— ওপত খোলাত বহি আকাশৰ তৰা লিখিছেচা!

ৰামলাল : এৰা, হয় কথাটো। বকুলী, ক'চোন বকুলী— মোৰবাৰু দোষ হ'ল, তোৰতো একো দোষ নাছিল, তেন্তে তোক কিয় পঠিয়াই দিলে?

বকুলী : কিয়া মোক পঠিয়ালে? ময়েই নাজানো কিয় পঠিয়ালে? কিন্তু ৰামলাল কাই, মই কিন্তু এটা কথা জানিছো- ছাৰহঁতৰ দৰে মানুহ আৰু মন্ত্ৰী, চাহাবহঁতৰ দৰে মানুহক কোনেও একো কৰিব নোৱাৰে, যদি পাৰে তোক-মোক.......

ৰামলাল : ঠিকেই কৈছ' বকুলী। ডাঙৰ গছৰ তলত গজা বন আমি। প্ৰথমে গছৰ ছাঁ পাই আমি ধন্য মানো। লাহে লাহে সেই ছাঁই আমাক মাৰি পেলায়।

বকুলী ঃ তই বৰ ভাল কথা কৈছ' ৰামলাল কাই।

ৰামলাল ঃ এতিয়া মই চৌধুৰী ছাৰৰ দাৰোৱান নহয়, এইখিনি কথা মই নিজে কৈছো। সেইকাৰণেই হ'বলা মই তোক ধুনীয়া দেখিছো। ইমান দিনে দেখা নাছিলো নহয়। তই সঁচাই ধুনীয়া বকুলী। (বকুলীয়ে কৃত্ৰিম খঙেৰে ৰামলাললৈ চায়, ৰামলালে হাঁহে।)

Fed-out

## ৩য় খণ্ডচিত্ৰ

(দিবাকৰ চৌধুৰীৰ ঘৰ। মঞ্চত বিশাখা, দিবাকৰ, মন্ত্ৰী গৌতম দত্ত)

গৌতম ঃ সিহঁতৰ বুদ্ধি দেখি হাঁহি উঠিছে। ইমান কম বুদ্ধিৰে আমাৰ লগত টক্কৰ দিয়ে!

বিশাখা ঃ হ'লেও ছাৰ কম ভয় খোৱা নাছিলো। উঃ কি টেন্‌চন এইকেইদিন?

চৌধুৰী ঃ ইন্সপেক্টৰ ৰহমানৰ বুদ্ধি আৰু সহায় নাপাহৰো দেই।

বিশাখা ঃ ইন্সপেক্টৰ ৰহমানৰ কামটো ছাৰ?

গৌতম ঃ অ প্ৰমোচনৰ কাম— ফাইলটো 'আন্দাৰ প্ৰছেচ', হ'ব দিম। (ৰহমান সোমাই আহে)

বিশাখা ঃ বহক বহক ৰহমান।

ৰহমান ঃ কেৱল বহুৱালেই হ'বনে? কিবা পাৰ্টি-চাৰ্টি নহ'ব নেকি?

বিশাখা ঃ অঃ হোৱাই ন'ট? (আটাইৰে হাতত ড্ৰিংক্‌চ তুলি দি নিজেও লয়)

আটায়ে ঃ চিয়েৰ্চ্‌............

(উদ্দাম সংগীতৰ তাল বাজি উঠে)

Fed-out

## এষাৰ কথা কৈ থওঁ...

এই নাটকখন বাস্তৱতা, বিমূৰ্ত্ততা, ৰূপকধৰ্মিতাৰ এক সংমিশ্ৰণত উপস্থাপন কৰাৰ প্ৰয়াস কৰাৰ পৰীক্ষামূলক প্ৰয়াস। সেইবাবে হয়তো সচৰাচৰ দেখা পোৱা নাটকৰ উপাদান ঠায়ে ঠায়ে বিঘ্নিত। এম.এফ. হোছেইনৰ 'গজগামিনী'ৰ এটা বিশেষ অংশক আধাৰ হিচাপে লৈ নাটকখনৰ ধাৰণাটোক সজোৱা হৈছে। ইয়াৰ চৰিত্ৰ আৰু চৰিত্ৰৰ জীৱনবোধ সম্পূৰ্ণ মৌলিক যদিও উপস্থাপন, সংলাপ আৰু আহাৰ্যসমূহত মাজে মাজে 'গজগামিনী' বিদ্যমান।

নাটকখন যদিও এটা কোঠাৰ ভিতৰত, মঞ্চ-সজ্জাত কোঠাটোৰ বাস্তৱতা একো নাই। সম্পূৰ্ণ এটা কাল্পনিক কোঠা। সেয়েহে দৃশ্য-সজ্জাসমূহ পোনপটীয়া নহৈ *Instalation form*ত হ'লেহে ভাল লাগিব। স্থাপত্য, ভাস্কৰ্য আৰু চিত্ৰৰে নাটক আৰু চৰিত্ৰসমূহত প্ৰতিষ্ঠা কৰিব পৰা দৃশ্য-সজ্জাৰে মঞ্চৰ নান্দনিকতা প্ৰকাশ কৰাটো বাঞ্চনীয়।

— জিষ্ণু ভট্টাচাৰ্য

# পঞ্চকন্যাৰ নাটক (একাংক)

## চৰিত্ৰসমূহ

১। নিৰ্মলা ঃ উচ্চ-চিন্তাধাৰাৰ মধ্যবয়সীয়া মহিলা।

২। নুৰজাহান ঃ নিৰ্মলাৰ বয়সৰ অসহায় এক নাৰী।

৩। ৰুক্মিণী ঃ কম বয়সৰ স্বামী-পৰিত্যক্তা নাৰী।

৪। চন্দ্ৰপ্ৰভা ঃ লোকৰ ঘৰত কাম কৰি নিৰ্যাতন ভোগা এজনী ছোৱালী।

৫। সঙ্গীতা ঃ প্ৰেমক জীৱনৰ প্ৰেৰণা হিচাপে গ্ৰহণ কৰি বাস্তৱক পাহৰি থাকিব পৰা ছোৱালী।

৬। জামাল ঃ কম-বয়সীয়া এজন মুছলিম যুৱক।

৭। অভিষেক ঃ নিৰ্মলাৰ বস্তুবাদী মানসিকতাৰ প্ৰতীক।

৮। ৰাজকুমাৰ ঃ আভিজাত্যৰ প্ৰতীক এক প্ৰেমিক যুৱক।

# এক

[এটা কোঠা। কোঠাৰ সামগ্ৰীসমূহ নাটকৰ বিষয়বস্তুৰ লগত খাপ খোৱা হ'ব লাগিব। মঞ্চৰ পাছফালে এখন পুৰণা শাৰী মেলি থোৱা থাকিব। কোনোবা এটা স্থানত চাৰিটা হাতলেম্প বিভিন্ন Tonal graph ত সজোৱা থাকে।]

ৰুক্মিণী ঃ এই, ৰ- ৰ- ৰ-। ক'ত পলাবি ?। আজি তোক নেৰিছো ৰহ। সদায় অত্যাচাৰ তহঁতৰ। ওলা- ওলা— ক'লৈ গ'লি ? (নিৰ্মলা আৰু চন্দ্ৰপ্ৰভা আহে। চন্দ্ৰপ্ৰভাৰ হাতত কাপোৰৰ ডাঙৰ টোপোলা এটা।)

নিৰ্মলা ঃ ৰুক্মিণী, আজিও তুমি পইতাচোৰাটো বশ কৰিব পৰা নাই ? সদায় কিমান খেদা-খেদি কৰি থাকা ?

ৰুক্মিণী ঃ চাওকচোন নিৰ্মলা বাইদেউ। এই পইতাচোৰাবোৰে আমাক সদায় কিমান অত্যাচাৰ কৰে! ইহঁতক আমাৰ ঘৰটোৰপৰা বাহিৰ কৰি দিব নোৱাৰিলে ৰক্ষা নাই।

নিৰ্মলা ঃ বাৰু ৰুক্মিণী, তুমি যে সদায় খেদি ফুৰা ; এইটো বাৰু একেটাই নে বেলেগ বেলেগ ?

ৰুক্মিণী ঃ সেইটোৱেই ডাঙৰ প্ৰশ্ন। অত্যাচাৰী একেটাই নে বহুত ? কিন্তু এটাই হওক বা বহুতেই হওক, সিহঁতক আমাৰ ঘৰটোৰপৰা বাহিৰ কৰিবই লাগিব। নহ'লে সিহঁতৰ সংখ্যা বাঢ়ি বাঢ়ি এদিন সিহঁতে আমাক বাহিৰ কৰি দিব।

চন্দ্ৰপ্ৰভা ঃ মনুষ্যজাতিটো নিজৰ মাজতে যুঁজি যুঁজি শেষ হৈ যাব। তাৰপিছত এই পৃথিবীত কীট-পতঙ্গৰ ৰাজত্ব চলিব।

ৰুক্মিণী ঃ (চন্দ্ৰপ্ৰভাক দেখি নিৰীক্ষণ কৰে) তুমি কোন হে ? নিৰ্মলা বাইদেউ,

কোন এওঁ নৱাগত অতিথি ? ক'ৰপৰা আহিছে, ক'লৈ যাব ?

নিৰ্মলা ঃ এওঁ প্ৰভা। চন্দ্ৰপ্ৰভা। আজিৰ পৰা এওঁও আমাৰ লগত থাকিব।

ৰুক্মিণী ঃ অ', তাৰমানে জীৱন-যাত্ৰাত তুমিও নিঃসহায় হৈ পৰিছা ? এতিয়া বাকীখিনি পথ অতিক্ৰম কৰিবৰ বাবে তোমাক সহায়ৰ প্ৰয়োজন ?

প্ৰভা ঃ নাই, নহয়। মোক তোমালোকৰ সহায় নালাগে। মই কাৰো অনুগ্ৰহপ্ৰাৰ্থী নহওঁ। মোক লাগে অকণমান ভাৰসা। জীৱনপথত জিৰণি ল'বৰ বাবে এক স্থান।

ৰুক্মিণী ঃ স্থান মানেইতো আশ্ৰয় ; আশ্ৰয় মানেই সহায় আৰু সহায় মানেইতো অনুগ্ৰহ। কোনোবাই কাৰোবাক সহায় কৰা মানে অনুগ্ৰহ কৰাকে বুজায়।

প্ৰভা ঃ সকলো আশ্ৰয়েই অনুগ্ৰহ নহ'বও পাৰে। আশ্ৰয় মানে হ'ল এক আশ্বাস। এই আশ্বাসেই মানুহৰ জীৱন-যাত্ৰাৰ মূলধন। প্ৰেৰণা।

ৰুক্মিণী ঃ বাঃ! কি কাম কৰা তুমি ? শিক্ষা-দীক্ষা যথেষ্ট আছে যেন পাওঁ।

নিৰ্মলা ঃ ৰুক্মিণী! মানুহৰ জীৱনধাৰণৰ কৰ্মই শিক্ষা-দীক্ষাৰ পৰিচয় বহন নকৰে। কৰ্ম হ'ল মানুহৰ প্ৰতিভা। শিক্ষা হ'ল জ্ঞান। সেইবাবে কেতিয়াবা এম.এ.-বি.এ. পাছ কৰা ল'ৰাইও ৰিক্সা-ঠেলা চলাব লগা হয় আৰু নিজৰ নামটোও লিখিব নজনা মানুহেও দেশৰ শাসন চলায়। চন্দ্ৰপ্ৰভাই লোকৰ ঘৰত ঘৰুৱা কাম-বন কৰি জীৱিকা-নিৰ্বাহ কৰিছিল। মালিকৰ নিৰ্যাতন-প্ৰৱঞ্চনা সহ্য কৰিব নোৱাৰি তাৰপৰা গুচি আহিছে। চাৰিআলিটোত থিয় হৈ ক'লৈ যাব দোধোৰ-মোধোৰ কৰি থাকোতেই মই লগ পাই ইয়ালৈ লৈ আহিলো। আজিৰপৰা আমাৰ লগতে থাকি এই ঘৰটোক জীৱনপ্ৰৱাহৰ কেন্দ্ৰবিন্দু হিচাপে ধৰি লৈ নিজৰ কক্ষত প্ৰৱাহিত হ'ব।

নুৰজাহান ঃ বাহ্! আৰু এগৰাকী অসহায়া, প্ৰৱঞ্চিতা নাৰীৰ আগমন। বাৰু কোৱাচোন নিৰ্মলা, আমাৰ এই ঘৰটোলৈ অসহায়া নাৰীবোৰহে আহে কিয় বাৰু ?

নিৰ্মলা ঃ পৃথিৱীৰ কোনজনী নাৰীনো অসহায়া নহয় নুৰজাহান ?

নুৰ ঃ হয়তো তোমাৰ কথা সঁচা। কোন নাৰীৰনো সহায়ৰ আৱশ্যক নাথাকে ? সকলো নাৰীয়েইতো কাৰোবাক নহয় কাৰোবাক অৱলম্বন হিচাপে ল'বই লগা হয়।

ৰুক্মিণী ঃ (চন্দ্ৰপ্ৰভাৰ হাতৰ টোপোলাটো দেখি) হেৰা, তোমাৰ হাতত সেইটো কিহৰ টোপোলা ?

প্ৰভা ঃ টোপোলা ? এইটো টোপোলা নহয়।

নুৰ ঃ টোপোলা নহয়! তেন্তে সেইটো কি ?

প্ৰভা : এয়া মোৰ ভূষণ। প্ৰত্যেক নাৰীৰে ভূষণ ই। ইয়াৰ ভিতৰত কি আছে বাহিৰৰ মানুহে নাজানে। সকলোৰে মনত বিস্ময় জগায় টোপোলাৰ ভিতৰত মানুহজনীয়ে কি লৈ ফুৰে ?

নিৰ্মলা : হয়। সকলো মানুহৰ বাবেইতো ই এক প্ৰশ্ন। কৌতুক, বিস্ময়। এগৰাকী নাৰীৰ ভূষণ কি হ'ব পাৰে?

নুৰ : এগৰাকী নাৰীৰ ভূষণ হ'ল স্নেহ, মমতা। নহয়-নহয়। নাৰীৰ ভূষণ প্ৰেম; স্বৰ্গীয় প্ৰেম।

নিৰ্মলা : মই যদি কওঁ, নাৰীৰ ভূষণ হ'ল লজ্জা।

প্ৰভা : ক'ব পাৰা। যাৰ ধাৰণা যেনেকুৱা, তেনেকৈয়ে ক'ব পাৰা। কেতিয়াবা মোৰ নিজৰে খেলিমেলি লাগে। এই টোপোলাত মই কি লৈ ফুৰিছো? স্নেহ, মমতা, প্ৰেম, লক্ষ্য নে ঘৃণা ? এই টোপোলাটো মোৰ ভূষণ। নাৰীৰ ভূষণ। এই ভূষণক ভাৰ বান্ধি লৈ যাত্ৰা কৰিছো অবিৰত। গৈ আছো, গৈ আছো। পাছলৈ চোৱাৰ অৱকাশ নাই। (মূৰত টোপোলাটো লৈ এক বিশেষ ভঙ্গীমাত freeze হয়।)

নিৰ্মলা : (প্ৰভাৰ মূৰৰপৰা টোপোলাটো লৈ movement ত) এই ভূষণ নাৰীৰ অলঙ্কাৰ। এই অলঙ্কাৰেৰে পৰিবেষ্টিত হৈ যুগে-যুগে, দেশে-দেশে আমি ঘূৰি ফুৰো। সকলোৱে আমাক ঘূৰি ঘূৰি চায় ; কিন্তু কোনেও চিনি নাপায়। সকলো কাল, সকলো পৰিৱেশতে পৃথিৱীৰ মাজেৰে আমি অবিৰত গৈ থাকো। কাৰোবাৰ মুখামুখি হওঁ। কিন্তু মূৰ তুলি চাব নোৱাৰো। (ককালত কলহৰ দৰে টোপোলাটো লৈ আন এক ভঙ্গীমাত freeze হয়। ৰুক্মিণীয়ে টোপোলাটো নিজৰ হাতলৈ আনি আৰম্ভ কৰে।)

ৰুক্মিণী : মানুহে নিৰীক্ষণ কৰে, বদনাম কৰে, ইতিহাস লিখে নাৰীক লৈ। প্ৰেমৰ কেলেঙ্কাৰ বনাই নাৰীক ঘৰৰ বেৰত আঁৰি থয়। মূৰ্তি সাজি পূজা কৰে। নাইবা প্ৰদৰ্শন কৰে কোনো গেলাৰীত। কোনোৱে বিপণীত বিক্ৰী কৰে। নগ্ন কৰি চাবোনৰ বিজ্ঞাপন দিয়ে। কোনোবাই ভৰিত নূপুৰ বান্ধি আদেশ দিয়ে, 'নাচা'! নাচি থাকা অবিৰত। তোমালোকৰ বাবেই সকলো নিয়ম, শৃংখলা। নাচি নাচি ভাগৰ লাগিলে সমৰ্পণ কৰা নিজক। (লাহে লাহে টোপোলাসহ আঁঠু কাঢ়ে।)

নুৰজাহান : (ৰুক্মিণীৰ পৰা টোপোলা লৈ) এদিন আমাৰ ভৰিৰ নূপুৰে চিঞৰি উঠিব- শুনা, শুনা সকলোৱে শুনা মোৰ আৰ্তনাদ। (ক্ষন্তেক নিৰৱতা) নাৰীৰ চিনাকি নাক-মুখ-চেহেৰা নহয়। আমাক চিনিবলৈ যত্ন কৰা। (এই দৃশ্যৰ

পৰা সঙ্গীতা অহালৈকে সংলাপবোৰ অলপ আবৃত্তিৰ আভাসত হ'ব।) বুজিবলৈ চেষ্টা কৰা আমাক। এই টোপোলাটো আমাৰ ভূষণ নহয়। ই আমাৰ মূৰৰ এক অসহনীয়া বোজা। ইয়াৰ ভৰত হেৰুৱাওঁ আমাৰ স্বাধীনতা। ইয়াৰ দোহাই দি কৌশলেৰে আমাৰ মনৰ ক্ষোভ, অহংকাৰ, ঘৃণাক লজ্জা, মমতা, স্নেহৰ আৱৰণেৰে ঢাকি ৰখাৰ চেষ্টা কৰা হয়। কোনোবাই দেখুৱাই দিবনে মানুহৰ চকুত আঙুলি থৈ যে আমাৰো আছে এক সত্বা। আমিও কৰিব খোজো জীৱনক উপভোগ। আমাৰ মূৰৰ ওপৰত ভূষণৰ বোজা জাপি দি আমাক শোষণ, দমন আৰু বঞ্চিত কৰা হৈছে। (ভৰি এটা দুপিয়াই দুপিয়াই সঙ্গীতা সোমাই আহে।)

সঙ্গীতা ঃ কবিতা, নাটক আৰু ভাষণত নাৰীমুক্তিৰ ফুলজাৰি মাৰি একো লাভ নাই নুৰজাহান বাইটি। (সকলোৱে freeze ভাঙি সঙ্গীতাক লক্ষ্য কৰে।)

নিৰ্মলা ঃ সঙ্গীতা, কি হ'ল তোমাৰ ? এনেকৈ দুপিয়াই আহিছা যে ?

সঙ্গীতা ঃ মোৰ ভৰিত হুল সোমাল বাইদেউ।

ৰুক্মিণী ঃ হুল ?

সঙ্গীতা ঃ অ' হুল ! এয়া আছিল গধুলিৰ ধূল। হয়তো প্ৰেমৰ ভুল।

ৰুক্মিণী ঃ প্ৰেমৰ গল্টি কিয় কৰা সংগীতা ?

সঙ্গীতা ঃ প্ৰেমৰ ভুলেইতো মোৰ জীৱনৰ মূল !

প্ৰভা ঃ তুমিও থাকা নেকি ইয়াত ?

নুৰজাহান ঃ অ', আমি চাৰিজনী নাৰী থাকো এই ঘৰটোত। চাৰিখন বেৰেৰে আৱৰা এটা কোঠা। এই কোঠাৰ চাৰিটা চুকত থাকে চাৰিটা জীৱন। জীৱন মানে সমস্যা। আমাৰ পৰস্পৰৰ মাজত আছে এক নিবিড় সম্পৰ্ক। সেই সম্পৰ্ক অভাৱৰ। জীৱনৰ নোপোৱাখিনি বা পায়ো হেৰুওৱাখিনিক লৈ গঢ়িছো আমাৰ এই সংসাৰখন।

নিৰ্মলা ঃ কোঠাৰ চাৰিখন বেৰৰ এখনত আছে দুৱাৰখন। দু-ৱা-ৰ ! দুৱাৰ মানেই সোমাই অহাৰ পথ। হয়তো এইখন আমাৰ হৃদয়ৰ দুৱাৰ। এই দুৱাৰেদি যাৰ ইচ্ছা সোমাব পাৰে-ওলাব পাৰে।

ৰুক্মিণী ঃ এখন বেৰত আছে এখন খিৰিকী। খিৰিকীৰে বাহিৰৰ পোহৰ আৰু শব্দবোৰ আমাৰ কোঠাত সোমায়। ভিতৰৰ শব্দ আৰু পোহৰ কিন্তু বাহিৰ ওলাব নোৱাৰে।

সঙ্গীতা ঃ তৃতীয়খন বেৰৰ কিছু অংশ ভগা। সেইখন আমাৰ অন্তৰবোৰৰ প্ৰতীক। এখন পুৰণা শাৰীৰে বেৰখনৰ ভগা অংশটো ঢাকি থোৱা আছে। যিদৰে

আমাৰ অন্তৰৰ ক্ষতচিহ্নবোৰ ঢাকি ৰাখো কৃত্রিমতা আৰু মিছা অভিব্যক্তিৰে। (চন্দ্রপ্রভাই আগ্রহেৰে চায়।)

প্ৰভা ঃ আৰু ইখন বেৰ ? চতুৰ্থখন বেৰ ক'ত ? মইযে দেখা নাই!

নুৰজাহান ঃ (সমুখলৈ দেখুৱাই) এইখন। সন্মুখৰ এই কাল্পনিক বেৰখন। যিখনেৰে আমাক মানুহে চাব পাৰে। আমাক চাই মানুহে আনন্দ পায়, দুঃখ পায় আৰু চিন্তা কৰে। এই কোঠাৰ চাৰিটা চুকত আমি চাৰিজনী থাকো। আজিৰপৰা মাজৰ ঠাইখিনিত তুমি থাকিবা। আজিৰপৰা আমি পাঁচজনী হ'লো। পঞ্চসঙ্গী।

নিৰ্মলা ঃ আজিলৈকে সৌ তাত চাৰিটা লেম্প আছিল। আজিৰপৰা পাঁচটা হ'ব। লেম্পকেইটা পোহৰৰ প্ৰতীক। যি পোহৰে আমাক বাট দেখুৱাই আমাক লৈ যাব। ইয়াৰ পোহৰত জিলিকি উঠিব আমাৰ মন, আমাৰ জীৱন।

নুৰ ঃ এতিয়াৰ পৰা আৰম্ভ হ'ব আমাৰ নাটক। পাঁচজনী নাৰীৰ জীৱনগাঁথা। যিখন নাটক M.F.Hussaine ৰ 'গজগামিনী'তো আছে। এটা কোঠাৰ ভিতৰত পাঁচজনী নাৰীৰ নাটক। তাৰে আঁত ধৰি আজিৰ আমাৰ নাটক।

সকলোৰে ঃ পঞ্চকন্যাৰ নাটক।

গীত ঃ শুনা শুনা সভাসদ এ ........

শুনা শুনা ..... সভাসদ

পঞ্চকন্যাৰ নাটক।

চোৱা চোৱা সভাসদ

পঞ্চকন্যাৰ নাটক।

নাটক মানে জীৱনগাঁথা———নাটক মানে জীৱনগাঁথা

পাঁচকন্যাৰ মনৰ কথা————পাঁচকন্যাৰ মনৰ কথা

নাটক চাই গুচি যাবা————নাটক চাই গুচি যাবা

নকৰিবা গুণাগঁথা——————নকৰিবা গুণাগঁথা

শুনা শুনা......... সভাসদযচোৱা চোৱা.......... সভাসদ (Repeat)

(গীতৰ লগে লগে সকলো সোমাই যায়। সঙ্গীতা ওলাই আহে। মঞ্চত থকা টোপোলাটোৰ লগত আত্মীয়তাৰে আচৰণ কৰে। প্ৰভাই এটা জ্বলি থকা লেম্প আনি লেম্পৰ লগত থৈ সঙ্গীতাৰ ওচৰ চাপে।)

প্ৰভা ঃ সঙ্গীতা, তুমি কেতিয়াৰ পৰা আছা ইয়াত ?

সঙ্গীতা ঃ কেতিয়াৰ পৰা আছো, কেতিয়ালৈ থাকিম তাৰ কোনো হিচাপ নাথাকে। জীৱনৰ কোনো ক্ষণত দোমোজাত পৰা নাৰী ইয়ালৈ আহে আৰু কোনোবা

এটা সন্ধিক্ষণত ইয়াৰ পৰা যায়গৈ।

প্ৰভা : তুমিও জীৱনৰ দোমোজাত পৰি ইয়ালৈ আহিছা। কি সেই দোমোজা?

সঙ্গীতা : মোৰ দোমোজা দায়িত্ব আৰু প্ৰেম। মোৰ ঘৰত মা-ভাই-ভনী। এয়া মোৰ ওপৰত থকা দায়িত্ব। সিহঁতক পোহ-পাল দিবলৈ মই ধন ঘটিব লাগে।

প্ৰভা : আৰু প্ৰেম ?

সঙ্গীতা : (উৎসাহিত হৈ) আঃ স্বৰ্গীয়! অতি সুন্দৰ, মসৃণ এক আৱেগৰ ঝৰ্ণা। (সঙ্গীতাই প্ৰেমৰ আকুলতাৰে সঙ্গীতৰ সৈতে নৃত্যৰ ছন্দৰে ঘূৰি থাকে।)

প্ৰভা : (সঙ্গীতাক ধৰি) কোন তোমাৰ প্ৰেমৰ দেৱতা ?

সঙ্গীতা : এক ৰাজকোঁৱৰ। যি মোক মৰমৰ মিঠা আৱৰণেৰে ঢাকি ৰাখিছে। (movement) সূৰ্যই যেতিয়া হেঙুলীয়া বৰণ ধাৰণ কৰে, মোৰ কাণত বাজে ঘোঁৰাৰ খুৰাৰ শব্দ। (Make illusion, প্ৰভা ওলাই যায়। ঘোঁৰাৰ খুৰাৰ শব্দ ভাঁহি আহে। পক্ষীৰাজ ঘোঁৰাত উঠি আহে ৰাজকুমাৰ। মোৰ প্ৰেমৰ দেৱতা। তাৰপাছত........... তাৰপাছত অতি মধুৰতম হৈ পৰে আমাৰ সময়। (ৰাজকুমাৰ আহে)

ৰাজকুমাৰ : সঙ্গীতা! ..........বা! কি সুন্দৰ লাগিছে আজি তোমাক!

সঙ্গীতা : তুমিতো মোক প্ৰতিদিনেই সুন্দৰ দেখা। এয়া তোমাৰ তোষামোদ নহয়তো ?

ৰাজ : নহয় সঙ্গীতা। আচলতে তুমি সদায় বেলেগ বেলেগ ৰূপত মোৰ আগত দেখা দিয়া আৰু তোমাৰ প্ৰতিটো ৰূপেই মোৰ বাবে সুন্দৰ। বৰ সুন্দৰ। (ৰাজকুমাৰে পাছফালৰপৰা সঙ্গীতাৰ গাত ধৰে, সঙ্গীতাই আপ্লুত হৈ চকু মুদি দিয়ে।)

সঙ্গীতা : মোৰ কথা বেলেগ নহয় ৰাজকুমাৰ। তোমাৰ দৃষ্টিভঙ্গীহে বেলেগ বেলেগ।

ৰাজ : একেজনী নাৰীৰ কেবাটাও ৰূপ থাকে সঙ্গীতা। বেলেগ বেলেগ ৰূপেৰে গঢ়িত হয় এগৰাকী নাৰী। এয়ে হ'ল স্ত্ৰী। এই স্ত্ৰী-ভেদ বুজিব নোৱাৰিলে নাৰীৰ প্ৰতি পুৰুষৰ মন আকুল নহয়। এই আকুলতাইহে প্ৰেমৰ জন্ম দিয়ে। প্ৰেমে পুৰুষ-নাৰীৰ মিলন ঘটায়। মনৰ আৰু দেহৰ মিলন। এই মিলনেই হ'ল উপভোগ। দেহৰ তৃপ্তি।

সঙ্গীতা : মোৰ প্ৰতি তোমাৰ যি আকুলতা। তাত কিহৰ প্ৰাধান্য বেছি ? দেহৰ নে মনৰ ?

ৰাজ : দুয়োটাই। ইটো সিটোৰ পৰিপূৰক।

সঙ্গীতা : আৰু মোৰ মানসিক সৌন্দৰ্য ? তাৰ কোনো আকৰ্ষণ নাই ?

ৰাজ : সৌন্দৰ্য হ'ল উপভোগৰ বস্তু। চাক্ষুস নহ'লে সৌন্দৰ্যক পান কৰা নাযায়। তোমাক সাকাৰ ৰূপত নেদেখা হ'লে মই তোমাৰ মনৰ সৈতে একাত্মতা গঢ়িব নোৱাৰিলোহেতেন। তোমাৰ দেহৰ মাজেৰে মই তোমাক দেখা পাওঁ, সঙ্গীতা। তোমাৰ স্পৰ্শ, তোমাৰ সান্নিধ্যইহে মোৰ মনক উদ্বেলিত কৰি তোলে। অবয়ৱহীন এটা মনে আন এটা মনক উদ্বেলিত কৰিব নোৱাৰে।

সঙ্গীতা : তেনেহ'লে মোক তুমি তোমাৰ লগত লৈ যোৱা। তেতিয়া প্ৰতি মুহূৰ্ততে মোৰ স্পৰ্শ, সান্নিধ্য লাভ কৰি থাকিব পাৰিবা।

ৰাজ : নিম। এদিন মই সম্পূৰ্ণ আনুষ্ঠানিকতাৰে তোমাক সামাজিকভাৱে মোৰ দৰবাৰলৈ লৈ যাম। তাৰপাছত ৰচনা কৰিম আমাৰ প্ৰেমৰ কাৰেংঘৰ। প্ৰেম, কেৱল প্ৰেমেই হ'ব সেই কাৰেঙৰ উপজীব্য।

সঙ্গীতা : আৰু মোৰ মা— ভাই-ভনী, ইহঁতৰ কি হ'ব ? কোনে চাব সিহঁতক ?

ৰাজ : প্ৰেমৰ মাজলৈ বাস্তৱক নানিবা সঙ্গীতা। বাস্তৱৰ উপস্থিতিয়ে প্ৰেমক বিৰক্তিদায়ক কৰি তোলে। সাধাৰণ কেইটামান টকাৰ বিনিময়ত তোমাৰ মাহঁত চলি থাকিব। কিন্তু প্ৰেম অবিহনে আমি চলিব নোৱাৰিম। এতিয়া মোৰ জীৱন-যৌৱন সকলো তোমাতে বিলীন। মই হৃদয়ৰ সমস্ত দুৱাৰ মেলি বাট চাই আছো। তোমাৰ নূপুৰৰ মিঠা শব্দৰে সেই দুৱাৰেদি হৃদয়লৈ সোমাই আঁহা। শিহৰিত কৰি তোলা মোক। আঁহা সঙ্গীতা। (সঙ্গীতাই আৱেগেৰে চায়। সঙ্গীত। দুয়োৰে কিছু মিলনৰ মুহূৰ্ত। সঙ্গীত শেষ হয়। দুয়ো বাস্তৱলৈ ঘূৰি আহে।)

সঙ্গীতা : ৰাজকুমাৰ, তুমি মহান। তুমি বৰ মৰমিয়াল। তোমাক লগ পালে মই বাস্তৱক পাহৰি যাওঁ। সেইবাবেই ভৰিত হুলৰ খোঁচ খায়ো তোমাকলগ পাবলৈ মই অৰণ্যলৈ যাওঁ। তোমাক লগ পোৱাৰ পিছত সেই হুল খোঁচ ফুলৰ সুবাসৰ দৰে লাগে। মন যেন আকৌ ব্যাকুল হৈ পৰে সেই সুবাসৰ অপেক্ষাত।

ৰাজ : তোমাক পাই মোৰ জীৱন ধন্য হৈছে সঙ্গীতা। ব'লা আমি কোঠাৰপৰা মুকলি আকাশৰ তললৈ যাওঁ।

সঙ্গীতা : ব'লা। মোক তুমি মুকলিলৈ নিয়া। মুকলিৰ পৰা আকাশলৈ নিয়া। আকাশৰপৰা আৰু দূৰলৈ লৈ যোৱা। বহুত দূৰলৈ। তোমাৰ মৰমেৰে মোক গোটেই ব্ৰহ্মাণ্ডখন ঘূৰাই লৈ ফুৰোৱা। ব'লা——

ৰাজ : মুক্ত আকাশ, মুক্ত বতাহ, মুক্ত প্ৰকৃতিত মুক্ত কৰি দিওঁ আমাৰ আৱেগক। ব'লা। (দুয়ো ওলাই যায়। নিৰ্মলা সোমাই আহি সিহঁত যোৱাৰ ফালে নিৰিষ্ট মনেৰে চাই থাকে।) (ৰাজকুমাৰ আৰু সঙ্গীতা ওলাই যায়। নিৰ্মলা আহি সিহঁত যোৱাৰ ফালে চাই থাকে। নিৰ্মলাৰ স্বামী অভিষেক সোমাই আহে।)

অভিষেক : কি চাই আছা নিৰ্মলা ?

নিৰ্মলা : কোঠাৰপৰা মুকলি আকাশৰ তললৈ ওলাই যোৱা এহাল প্ৰেমিকক চাইছো।

অভি : অ', মই আকৌ ভাবিছিলো, মোৰ বাবে বাট চাই আছিলা নেকি ?

নিৰ্মলা : তোমাৰ বাবে বাট চাই থাকিবৰ কাৰণেতো ই তোমাৰ ওচৰৰপৰা ইয়ালৈ গুচি অহা নাই। —— বহা।

অভি : মই কিন্তু তোমাৰ কাৰণে বাট চাই থাকো নিৰ্মলা।

নিৰ্মলা : মিছা কথা।

অভি : নহয় নিৰ্মলা। সঁচাকৈয়ে মই সদায় তোমালৈ বাট চাওঁ। এদিন তুমি আহিবা, আমাৰ সংসাৰখনে পুনৰ প্ৰাণ পাই উঠিব, — এই আশাৰে মই অপেক্ষা কৰো প্ৰতিদিন।

নিৰ্মলা : সেই বাটচোৱা মোৰ বাবে নহয় অভিষেক।

অভি : তেন্তে কাৰবাবে বুলি ভাবা তুমি ?

নিৰ্মলা : তুমি সদায় বাট চাই থাকা তোমাৰ পত্নীৰ কাৰণে।

অভি : (আচৰিত হৈ) কি কথা কৈছা নিৰ্মলা ? তুমিয়েইতো মোৰ পত্নী।

নিৰ্মলা : কেৱল পত্নী ? মই কি কেৱল তোমাৰ পত্নী ? তোমাৰ সন্তানৰ মাতৃ ? আন একো আত্মপৰিচয় নাই মোৰ ? কোনো অস্তিত্ব নাই মোৰ নিজৰ ?

অভি : নিৰ্মলা, আমাৰ মাজত বৈবাহিক সম্পৰ্ক আছে। সমাজে আমাক স্বীকৃতি দিছে পতি-পত্নী হিচাপে। সেই সম্পৰ্কৰ ফলত তুমি আমাৰ সন্তানৰ মাক হৈছা। তাক কিয় স্বীকাৰ কৰি ল'ব খোজা নাই তুমি ?

নিৰ্মলা : (খঙত) মোক তুমি বিয়া পাতিলা বুলিয়েই মই নিজৰ সত্তাক বিসৰ্জন দিব লাগিব নেকি ? মই কি এটা যন্ত্ৰ ? নে মই কেৱল মাত্ৰ এটা দেহ! মোৰ মন বা অনুভূতি বুলি কোনো বস্তু নাই ?

অভি : নিৰ্মলা - - - - -

নিৰ্মলা : তুমি কিয় ভাবি লৈছা যে মই তোমাৰ লগতে ব্যস্ত থাকি তোমাৰ সন্তানৰ আলপৈচান ধৰিয়েই জীৱনটো তিল্-তিলকৈ নিঃশেষ কৰি দিব লাগিব।

মোৰ নিজা অনুভূতি, মোৰ নিজা চিন্তা-চৰ্চাৰ লগত সহবাস কৰাৰ সকলো অধিকাৰ তুমি বিবাহ শব্দটোৰ আলম লৈ কিয় তুমি নিৰ্দয়ভাৱে নিঃশেষ কৰি দিব বিচাৰা ?

অভি : নহয়! নহয় নিৰ্মলা। তুমি ভুলকৈ ভাবিছা। তোমাৰ স্বাধীনতাক মই খৰ্ব কৰিব নিবিচাৰো। তুমি মোৰ লগতে অনবৰত ব্যস্ত হৈ থকাটোও মই নিবিচাৰো।

নিৰ্মলা : তেন্তে মোক প্ৰতি মুহূৰ্ততে তুমি কেৱল তোমাৰ পত্নী হিচাপেহে বিচাৰা কিয় ? মোৰ এজন অন্তৰঙ্গ বন্ধু হিচাপে, মোৰ প্ৰেমিক হিচাপে কেতিয়াবা মোৰ লগত কিছুসময় কটাই পাইছা তুমি ? সকলো সময়তে তুমি মোৰ কাষত হৈ থাকা কেৱল মোৰ স্বামী। এজন পুৰুষ। (অভিষেক দোধোৰ-মোধোৰত পৰে। অলপ অহা-যোৱা কৰে।)

অভি : নিৰ্মলা, মোৰ অৱস্থিতিয়ে তোমাৰ কাষত মোৰ কি অস্তিত্ব বহন কৰে নাজানো। কিন্তু তোমাৰ মাজত মই মোক দেখা পাওঁ। তুমি মোৰ কাষত থাকিলে মই সম্পূৰ্ণ অন্তৰঙ্গ হৈ তোমাৰ লগত থাকিব বিচাৰো। শৰীৰ আৰু মনৰ নিবিড়তাৰে মোৰ বাবে তুমি আৰু বেছি আকৰ্ষণীয় হৈ পৰা। মই জনা নাছিলো মোৰ এই উন্মত্তাই তোমাক বিৰক্ত কৰিব পাৰে বুলি। (কিছু নিৰৱতা) নিৰ্মলা, মই চেষ্টা কৰিম তোমাৰ লগত নিজকে মিলাই ল'বৰ বাবে। ব'লা এতিয়া— তুমি আমাৰ মাজলৈ পুনৰ ঘূৰি ব'লা। তোমাৰ সন্তানে মাকৰ বাবে অধীৰ আগ্ৰহেৰে বাট চাই আছে। ব'লা।

নিৰ্মলা : অভিষেক, মোক বাদ দি তুমি জীয়াই থাকিব নোৱাৰিবানে ?

অভি : কি ? কি কৈছা তুমি ?

নিৰ্মলা : মই নোহোৱাকৈ তোমালোক থাকিব নোৱাৰিবানে ? মোক মোৰ পৃথিৱীখনত জীয়াই থাকিবলৈ দিয়া। মোৰ অন্বেষণৰ বাবে এইখন উপযুক্ত ঠাই।

অভি : তুমি বিচাৰিছা কি ?

নিৰ্মলা : জীৱন! এটা পৰিপূৰ্ণ জীৱন।
(নিঃশব্দতাৰে গৈ বহে।)
.....বংশ-পৰিয়াল, বন্ধু-বান্ধৱৰ আনন্দ-উল্লাসৰ মাজত আমাৰ বিয়া হৈছিল। বিয়াৰ পাছত কায়িক আৰু মানসিকভাৱে মই নিজক সমৰ্পণ কৰিছিলো তোমাৰ ওচৰত। দুটাকৈ সন্তান হ'ল আমাৰ। তোমাৰ আৰু সন্তানৰ মাজত পৰিবেষ্টিত হৈ মই মোৰ অন্তৰত উপলব্ধি কৰিছিলো আন এজন পুৰুষৰ।

অভি : কি ?

নির্মলা : অ', হয়তো এই অনুভৱ প্ৰায়বোৰ নাৰীৰ হয়। স্বামী-সন্তানৰ বাস্তৱৰ উপৰিও নাৰীৰ আৱেগ, অনুভৱে উপলব্ধি কৰে আন এক সত্বাক। এই সত্বাৰ লগত হৃদয়েৰে, অনুভূতিৰে বিনিময় কৰে কিছুমান মিঠা স্বপ্নৰ। এই স্বপ্নৰ মাজত নাথাকে বাস্তৱৰ ৰুক্ষতা। (লাহেকৈ উঠি আহে) ময়ো মোৰ উপলব্ধিৰে কল্পিত পুৰুষজনৰ সৈতে সহবাস কৰিছিলো কল্পনা ৰাজ্যত। এই পুৰুষ জনৰ লগত গুছি যাওঁ মই ঘৰৰ চাৰিবেৰৰ মাজৰ পৰা কোনো অচিন ৰাজ্যলৈ। পুলকিত হওঁ মই সেই কল্পিত পুৰুষ জনৰ সান্নিধ্যত। ....... কিন্তু তোমালোকে নিদিয়া মোক মোৰ মতে জীয়াই থাকিবলৈ। মোৰ এই কল্পনাৰ বিচৰণ তোমাৰ বাবে হৈ পৰিল সন্দেহৰ অঙ্কুৰণ। মই অনবৰতে তোমালোকৰ জীৱনৰ সৈতে সাঙুৰ খাই থকাটো বিচাৰা তোমালোকে। তোমালোক বাপেক-পুতেক-জীয়েকহঁতে নিদিয়া মোক বজাই ৰাখিবলৈ মোৰ নিজৰ অস্তিত্বক। মই কেৱল মাক হৈ, পত্নী হৈ জীয়াই থাকিব লাগে। নাৰী হৈ, বন্ধু হৈ, প্ৰেমিকা হৈ জীয়াই থাকিব নোৱাৰো কোনোদিন। কোনোদিন মোক মোৰ মৰ্যাদাৰে জুমি চোৱাৰ আগ্ৰহ নকৰা তোমালোকে। সেইকাৰণেই মই গুচি আহিছো তোমালোকৰ বন্ধনৰ পৰা। মই নিজা চিন্তা, অনুভৱ, কল্পনা, প্ৰেমেৰে এখন নিজা পৃথিৱীত জীয়াই থাকিব বিচাৰো। জীৱনত আন কিবা এটা কৰিব বিচাৰো। মোৰ উশাহবন্ধ হৈ যায় সেই দায়িত্ব, মৰ্যাদা, কৰ্তব্যৰ বান্ধোনত।

অভি : নিৰ্মলা, তুমি পাহৰি নাযাবা যে তুমি এগৰাকী বিবাহিতা নাৰী। তুমি এগৰাকী মাতৃ। তোমাৰ এই কল্পনাৰ বিচৰণ, তোমাৰ অন্তৰত আন এক পুৰুষৰ অস্তিত্ব--- এইবোৰ মোৰ বাবে অসহ্যকৰ। তুমি নিজক সংযত কৰা। তোমাৰ সন্তানকেইটাৰ কথা ভাবি নোচোৱা কিয় ?

নিৰ্মলা : ভাবো। মই প্ৰতি মুহূৰ্ততে ভাবো মোৰ সন্তানে কি ভাল পায়, কেনেকৈ সিহঁত সন্তুষ্ট হয়। তোমাৰ আৰু সন্তানৰ সন্তুষ্টিৰ কাৰণে মই নিজক উচৰ্গা কৰি আহিছো সদায়। কিন্তু নাভাবা তোমালোকে, মই কি পালে সন্তুষ্ট হ'ব পাৰো। সেয়া ভাবি চাবলৈ তোমালোকৰ অৱকাশ নাথাকে কোনোদিন।

অভি : কিয় নাভাবিম তোমাৰ কথা। নিশ্চয় ভাবিম। তুমি মাত্ৰ কোৱা। তুমি কি পালে সন্তুষ্ট হ'বা। তোমাৰ সন্তুষ্টিৰ বাবে সকলো কৰিব পাৰো মই।

নিৰ্মলা : পাৰিবা, মই যি বিচাৰো সেয়া দিবলৈ ?

অভি ঃ নিশ্চয় পাৰিম। কোৱা, কি লাগে তোমাক ?

নির্মলা ঃ অধিকাৰ ......... স্বাধীনতা লাগে মোক।

অভি ঃ কিহৰ স্বাধীনতা ?

নির্মলা ঃ মোৰ নিজা উপলব্ধিৰে জীৱনটো কটোৱাৰ স্বাধীনতা। ..........

অভি ঃ নিজা উপলব্ধিৰে মানে ?

নির্মলা ঃ মোক মোৰ ধৰণে জীৱনৰ অভিজ্ঞতা আহৰণ কৰিবলৈ, জীৱনক উপভোগ কৰিবলৈ তোমালোকৰ পৰা মুক্ত কৰি দিয়া।

অভি ঃ নহয়, এয়া অনুচিত নির্মলা!

নির্মলা ঃ পাৰিবা ? আছে তোমাৰ সাহস ?

অভি ঃ তুমি কথাবোৰ বুজিবলৈ যত্ন কৰা।

নির্মলা ঃ পাৰিবা, নে নোৱাৰা ? একে আষাৰতে কোৱা। (নিৰৱতা)

অভি ঃ ঠিক আছে। তুমি যদি সন্তুষ্ট হোৱা, তেন্তে মই তাকে কৰিম। হয়তো মই বৰ কষ্ট পাম। কিন্তু তোমাৰ মনক সুখী কৰিবৰ বাবে মই বহন কৰিম সেই কষ্টৰ বোজা। কাৰণ তোমাক মই বৰ ভাল পাওঁ। তোমাৰ দুঃখ হোৱাটো, তুমি বিৰক্ত হোৱাটো মই নিবিচাৰো।

নির্মলা ঃ (ওচৰ চাপি) ময়ো তোমাক খুব ভাল পাওঁ অভিষেক। তথাপিও কিয় জানো মোৰ মনৰ তাগিদাক প্ৰেমৰ ওচৰত বিসর্জন দিবলৈ মোৰ বিবেকে অনুমতি নিদিয়ে। সেয়েহে জীৱনক উপলব্ধি কৰাৰ এই আতুৰ আকাংক্ষাই মোক গ্ৰাস কৰিছে। হয়তো এয়া মই ভুল কৰিছো! কিন্তু কিয় জানো........

অভি ঃ মই কোনোদিন তোমাক বিৰক্ত নকৰো নির্মলা। তুমি তোমাৰ মতে জীয়াই থাকা। তথাপিতো যদি মোক তোমাৰ প্ৰয়োজন হয় ক'বা। মোৰ হৃদয়ৰ আৰু ঘৰৰ দুৱাৰ সদায় তোমাৰ বাবে খোলা থাকিব। যাওঁ....
(অভিষেক যায়। নির্মলাই বিষণ্ন মনেৰে অহা-যোৱা কৰে। চন্দ্ৰপ্ৰভা সোমাই আহে।)

প্ৰভা ঃ নির্মলা বাইদেউ!

নির্মলা ঃ অ', প্ৰভা! ক'লৈ গৈছিলা ?

প্ৰভা ঃ গৈছিলো অলপ ওলাই। ক'ৰবাত কাম-বন পাওঁ নেকি খবৰ কৰিলো।

নির্মলা ঃ পালানে কিবা কাম ?

প্ৰভা ঃ নাই, সুবিধাজনক একো কামেই নাপাওঁ দেখোন! ইমান বিচাৰিছো, অথচ.......

নির্মলা ঃ হতাশ নহ'বা প্ৰভা। হতাশাই মানুহক দুর্বল কৰে। বিচাৰি থাকা। এদিন

দেখিবা তুমি খুউব ভাল কাম এটা পাই গৈছা।

প্ৰভা ঃ জা-নো, কেতিয়াবা ভাগ্য-উদয় হয়নে নহয়গৈ!

নিৰ্মলা ঃ জানা চন্দ্ৰপ্ৰভা। মানুহৰ ভাগ্য বুলি একো বস্তু নাথাকে। মানুহৰ জীৱনত কিছুমান সংযোগ ঘটে। এই সংযোগে কেতিয়াবা আনন্দ দিয়ে, কেতিয়াবা দুঃখ দিয়ে আৰু কেতিয়াবা কষ্ট ভোগায়। এই সংযোগকে আমি ভাগ্য বুলি স্বীকাৰ কৰোঁ। এদিন তোমাৰ জীৱনতো এনে এক সংযোগ ঘটিব যি তোমাক ক'লৈ লৈ যাব তুমি নিজেই গম নাপাবা। মাত্ৰ তুমি তোমাৰ কৰ্তব্যবোৰ কৰি যোৱা। বাৰু, তুমি জিৰণি লোৱা। মই অলপ আঁহো। (নিৰ্মলা ওলাই যায়। নুৰজাহান সোমাই আহে।)

নুৰ ঃ অকলে অকলে কি চিন্তা কৰি আছা চন্দ্ৰপ্ৰভা ?

প্ৰভা ঃ আমাৰ নিৰ্মলা বাইদেউৰ কথা ভাবিছো। ইমান গধুৰ কথাবোৰ তেখেতে ক'ৰপৰা শিকিলে বাইটি ?

নুৰ ঃ নিৰ্মলাৰ এয়া নিজৰ অধ্যয়ন আৰু অভিজ্ঞতাৰ পৰা লাভ হোৱা জ্ঞান। ফ্ৰয়েড, প্ৰেমচন্দ আদিকে ধৰি বিখ্যাত লিখকৰ কিতাপৰ অধ্যয়ন আৰু জীৱনৰ সুখ অনুভৱে নিৰ্মলাক বিৰল জ্ঞানৰ অধিকাৰী কৰি তুলিছে। এইবোৰৰ মাজতে বেচেৰীয়ে বাস্তৱৰ কঠিন আঘাতক সহ্য কৰাৰ শক্তি লাভ কৰিছে।

প্ৰভা ঃ নুৰ বাইটি, বাস্তৱৰ আঘাত সদায় কঠিন হয় কিয় বাৰু ? মানুহৰ বাস্তৱে মানুহৰ মনত আনন্দ দিব নোৱাৰে নেকি ?

নুৰ ঃ বাস্তৱৰ আঘাত কঠিন নহ'লে জীৱন-সংঘাত থাকিব কেনেকৈ ?

প্ৰভা ঃ তোমাৰ বাস্তৱ কি বাইটি ?

নুৰ ঃ পাই হেৰুওৱাৰ বেদনা। এই বেদনা নোপোৱাৰ বেদনাতকৈ বহু কষ্টকৰ।

প্ৰভা ঃ জীৱনত কি হেৰুৱাইছা তুমি ?

নুৰ ঃ প্ৰথমে হেৰুৱালো মোৰ 'চৌহৰ'ক। কালে কাঢ়ি লৈ গ'ল মোৰ মানুহজন। একমাত্ৰ ল'ৰাটোক লৈয়ে বৰ কষ্টেৰে জীৱনটো পাৰ কৰাৰ চেষ্টা কৰিছিলো, এটা আশা বুকুত বান্ধি তাক ডাঙৰ কৰিছিলো, সি ডাঙৰ হৈ উপযুক্ত হ'ব, তাৰ নিজৰ ঘৰ-সংসাৰ কৰিব— কিন্তু, চব মিছা হ'ল। খোদাই মোৰ সেই আশা পূৰণ নকৰিলে।

প্ৰভা ঃ তোমাৰ মানুহজনৰ দৰে কি ল'ৰাটোকো কালে কাঢ়ি নিলে ?

নুৰ ঃ কালে নহয়, মানুহে। মানুহে কাঢ়ি নিলে মোৰ বুকুৰপৰা তাক।

প্ৰভা ঃ মানুহে ? মানুহে কাঢ়ি নিলে ? কেনেকৈ ?

নুৰ : মানুহবোৰৰ মূৰত চয়তানে বাহ লৈছিল। নগৰৰ মছজিদটো সিদিনা কিছুমান কাফেৰে আহি ভাঙি দিলে। সেইদিনাৰ পৰা গাঁৱৰ মানুহবোৰ আচৰিত ধৰণে সলনি হৈ গৈছিল। ধৰ্মৰ দোহাই দি ভায়ে-ভায়ে দাংগা-ফচাদ আৰম্ভ কৰিলে। েৰ ে . বছৰীয়া ল'ৰা জামালকো আহি কিছুমান মানুহে উচটনি দিলেহি। তাৰ মূৰত ধৰ্মৰ পোক লম্ভিলে। ৰাতি ৰাতি ঘৰত নথকা হ'ল। আৰু ...... এদিন ......... এদিন এই মাকৰ বুকুত খঞ্জৰ মাৰি ক'লেহি বোলে, "আম্মি, মোক খোদাৰ নামত এৰি দে। মই আৰু ঘৰলৈ নাহো। মই আমাৰ ধৰ্মৰক্ষাৰ কাৰণে জেহাদ কৰিবলৈ গুচি যাম।" কিমান কান্দিলো তাৰ আগত, কিমান বুজালো তাক-- মোক নিঠৰুৱা নকৰিবি সোণ। ধৰ্মৰ নামত অধৰ্ম নকৰিবি। নুবুজিলে সি। পাছদিনাৰ পৰা আৰু সি নাইকীয়া হ'ল। চয়তান কিছুমানে ধৰ্মৰ দোহাই দি তাৰ হাতত অস্ত্ৰ তুলি দিলে। সিহঁতে মোক। ক'লে বোলে,- সি ধৰ্মৰক্ষাৰ চিপাহী হ'ল। তাৰপিছৰে পৰা শূণ্য মন, শূণ্য দিলেৰে মোৰ আৰম্ভ হ'ল মোৰ বেদনাৰ জীৱন।

প্ৰভা : দুঃখ নকৰিবা নুৰ বাইটি, নাকান্দিবা। কান্দিনো কি লাভ হ'ব। তোমাৰ কান্দোন যেতিয়া তোমাৰ পুত্ৰই নুশুনিলে, আনৰ আগত কান্দি কি হ'ব।

ৰুক্মিণী : (সোমাই আহি) বুজাই লাভ নাই চন্দ্ৰপ্ৰভা। কিমানক বুজাবা তুমি ? সকলো মানুহেই দেখোন কিবা নহয় কিবা এটা দুঃখত চকুপানী টোকেই। কিমানক বুজাবা ? মোৰ মতে এইবোৰ কথাত কন্দা-কটা কৰি লাভ নাই। নিজৰ বাস্তৱৰ সৈতে কঠোৰভাৱে মুখামুখি হ'ব পৰাটোহে আচল ক... ...নইটোহে জীৱনৰ challange, যি challange মই কৰিছো।

প্ৰ... তোমাৰ challange টোনো কি ?

ৰুক্মিণী : সাহসেৰে বাস্তৱৰ মুখামুখি হ'ম। হ'বলগা পৰিস্থিতিৰ লগত fight কৰিম।

প্ৰভা : কি তোমাৰ পৰিস্থিতি ?

ৰুক্মিণী : মাক হোৱাৰ আনন্দ লাভ কৰা। কি ভাবিছে সি মোক! তাৰ আশ্ৰয়ত নাথাকিলে কি মই জীয়াই নাথাকিম নেকি ? মোৰ সন্তানক জন্ম দিব নোৱাৰিম নেকি ? আশ্ৰয় দানৰ ভাবুকিৰে পুৰুষে আমাক ইচ্ছামতে ব্যৱহাৰ কৰিব, আমাৰ স্বাভিমানক তিৰষ্কাৰ কৰিব, আৰু আমি অকণমান আশ্ৰয়, অকণমান নিৰাপত্তাৰ কাৰণে তাক সহ্য কৰি থাকিব লাগিব ?

প্ৰভা : তুমি বৰ জেদী ৰুক্মিণী ?

ৰুক্মিণী : জেদে মানুহক সাহসী কৰে। এই সাহসে দাসত্বৰ পৰা মুক্তি দিয়ে।

প্ৰভা : তুমি লাভ কৰিছানে সেই মুক্তি ?

ৰুক্মিণী : নিশ্চয় কৰিছো। এতিয়া অন্ততঃ নিজৰ দৃষ্টিৰে পৃথিৱীখনক চাব পাৰিছো। তাৰ লগত সংসাৰ কৰি থাকোতে মোৰ সকলো কাম, সকলো চিন্তাতে তাৰ হকা-বাধা- সেইটো নকৰিবা, তালৈ নাযাবা। মই যেন তাৰ দাসীহে! এতিয়া মোৰ মন, মোৰ চিন্তা সকলো মুক্ত। এই মুক্তমনেৰে আশা কৰি আছো সেই দিনটোলৈ, যিটো দিনত মোৰ গৰ্ভৰ সন্তানটো ভূমিস্থ হ'ব। এদিন সি ডাঙৰ হ'ব, তাৰ মাত ফুটিব আৰু সি মোক মাতিব সেই সম্বোধনেৰে— যিটো সম্বোধন শুনিবৰ বাবে পৃথিৱীৰ সকলো নাৰীয়েই গভীৰ আশাৰে আকাংক্ষা কৰে। যিটো সম্বোধন শুনাৰ লগে লগে সকলো নাৰীৰ ভাগৰ, দুঃখ নিমিষতে নাইকীয়া হৈ পৰে। যি সম্বোধনে নাৰীক কৰি তোলে মায়াময়ী, মমতাময়ী। যি সম্বোধনত নাৰী হৈ পৰে উন্মনা......... সেই সম্বোধন..... ।

জামাল : (বাহিৰৰ পৰা) আম্মি ......., আম্মি।

ৰুক্মিণী : কোন ? কোনে মাতিছে ?

জামাল : আম্মি — মই, আম্মি।

নুৰ : এয়া দেখোন মোৰ ল'ৰা জামালৰ মাত।

জামাল : (সোমাই আহে) আম্মি......., মই আহিছো আম্মি।

নুৰ : জামাল - - মোৰ সোণ, তই আহিছ' বেটা। ক'ত আছিলি মাৰক এৰি থৈ ?

জামাল : মোক মাফ কৰি দে আম্মি। মই তোৰ মনত বহুত দুঃখ দিছো।

নুৰ : না— বাবা নাঃ। সকলো খোদাৰ ইচ্ছা।

জামাল : মই তোৰ ওচৰলৈ একেবাৰে গুচি আহিলো আম্মি।

নুৰ : সঁচানে ? তই সঁচাকৈয়ে কৈছ নে ?

জামাল : সঁচা আম্মি। মই কচম খাই কৈছো। তোৰ ওচৰৰ পৰা মই কোনোদিন আঁতৰি নাযাওঁ। তোৰ কাষত নাথাকিলে মোৰ অলপো ভাল নালাগে। তোলৈ সদায় মনত পৰি থাকে। জান আম্মি, সিহঁতে মোক সিহঁতৰ খেয়ালমতে ব্যৱহাৰ কৰে। কোনোদিন মোৰ খুচিমতে থাকিব নিদিয়ে। মোৰ পচন্দমতে খাব নিদিয়ে। আনকি মন ভাল লগাবলৈ গান গাবও নিদিয়ে। মোক কয়দীৰ নিচিনাকৈ ৰাখে। সেই কাৰণে মই গুছি আহিলো। মই তোৰ লগত থাকিম। তই আৰু মই মিলি আমাৰ এখন দুনীয়া বনাম। তাত থাকিব মৰম আৰু ইন্‌চানিয়ৎ। জান' আম্মি, ইনচানিয়ৎ নাথাকিলে

একো ধৰ্ম নাথাকে।

নুৰ ঃ হ'ব, হ'ব। আহ বহচোন তই। তোৰ ভাগৰ লাগিছে চাগৈ।

জামাল ঃ (বহে) আম্মি বহুতদিন অনাই-বনাই এনেই ঘূৰি ফুৰিলো। বৰ ভাগৰ লাগিছে ঘূৰি ঘূৰি। টোপনি আহিছে মোৰ। তোৰ কোলাত অলপ শুবৰ মন গৈছে।

নুৰ ঃ আহ বাবা। শো, শুই ল'। (জামাল শোৱে। মাকে মৰম কৰি থাকে।)

জামাল ঃ আজি মোৰ খুউব ভাল লাগিছে আম্মি। দিহিঙে-দিপাঙে ঘূৰি ফুৰি আজি নিজৰ ঘৰলৈ উভতি আহি বৰ আনন্দ লাগিছে। আমাৰ সৰু ঘৰটো, পদূলিৰ বকুলগছ জোপা, হাঁহ-কুকুৰাৰে পূৰ্ণ ঘৰখন— এইবোৰৰ মাজলৈ ঘূৰি আহি মোৰ মনটো আনন্দৰে ভৰি পৰিছে। কতদিনৰ মূৰত তোৰ কোলাত শুবলৈ পাইছো, তোৰ হাতৰ স্পৰ্শ পাইছো। আম্মি— এই আম্মি— আঃ, কি সুখ— কি শান্তি! (জামাল টোপনি যায়। Song-chroneograph of Probha & Rukmini on background)

গান ঃ

মই আকৌ উভতি আহিছো—— চিনাকি মোৰ ঘৰলৈ
মই জিৰণি বিচাৰি আহিছো— পদূলিৰ বকুলৰ তললৈ।

জামাল ঃ (সাৰ পাই উঠে) মই এতিয়া যাওঁ। কাইলৈ আহি তোক লৈ যাম।

নুৰ ঃ যা বাবা। কাইলৈ আহিবিতো ?

জামাল ঃ আহিম আহিম। তই ওলাই থাকিবি।

নুৰ ঃ থাকিম মোৰ সোণ। তই এতিয়া যা তেন্তে। (জামাল যায়।) দেখিলা, দেখিলা তোমালোকে ? সি ঘূৰি আহিছে। সি ভাল হৈছে। আল্লাই তাক দোৱা কৰিছে।

নিৰ্মলা ঃ এয়া আল্লাৰ দোৱা নহয় নুৰজাহান। আল্লাই তাক ঘূৰাই অনা নাই। ঘূৰাই আনিছা তুমি। তোমাৰ মমতাই তাক তোমাৰ ওচৰলৈ ঘূৰাই আনিছে। আজি প্ৰত্যেক গৰাকী নাৰীৰে যদি এই মমতা, এই স্নেহ সন্তানৰ প্ৰতি থাকে তেন্তে তেওঁলোকৰ সন্তানবোৰ কেতিয়াও ভুল পথেৰে যাব নোৱাৰে। এটা বেয়া কাম কৰাৰ আগতে মাতৃৰ মমতাময়ী মুখখনে বাধা দিব।

ৰুক্মিণী ঃ কিন্তু আজিকালি এইটোৱেই হৈছে emotional gap, আবেগ, মৰম, বন্ধনৰ ব্যৱধান। জন্মৰ পাছতেই মাতৃয়ে সন্তানক child care ত ডাঙৰ কৰে। তাৰপিছত hostel, এইবোৰৰ মাজত থাকি সন্তানে পাহৰি যায়

আত্মীয়-স্বজনৰ উমাল সান্নিধ্যক।

নির্মলা : ঠিক কৈছা ৰুক্মিণী। মৰম, আন্তৰিকতা, মমতাৰ অভাৱতেই আজি গোটেই পৃথিৱী যান্ত্ৰিক হৈ গৈ আছে দিনে দিনে। মানুহবোৰ হৈ পৰিছে ভীষণভাৱে আত্মকেন্দ্ৰিক। কোনেও কাৰো হৃদয়ৰ বতৰা নাৰাখে। কোনেও কাৰো আৱেগ-অনুভূতিক সন্মান নকৰে। মোৰ জীৱনটোৱে অন্য পথ ল'বলৈ বাধ্য হ'ল এই কাৰণেই। মোৰ আৱেগ-অনুভূতিক স্বামীয়ে সন্মান কৰা হ'লে আজি মই এই চাৰিবেৰৰ মাজত দিন কটাব লগীয়া নহ'ল হয়।

প্ৰভা : তুমিও নির্মলা বাইদেউ, বাধ্যত পৰিহে এই ঘৰত আছাহি ?

নির্মলা : সকলো নাৰীয়ে বাধ্যত পৰিয়েই নিজৰ জীৱন এটা ঘৰৰ চাৰিবেৰৰ মাজত আৱদ্ধ কৰে। কোনোবাই সামাজিক সন্মতিৰে বিয়া পাতি এগৰাকী নাৰীক লৈ যায় এটা ঘৰৰ চাৰিবেৰৰ মাজলৈ আৰু কোনোবাই অৱস্থাৰ লগত খাপ খাবলৈ নিজক লৈ যায় চাৰিবেৰৰ মাজলৈ। আচৰিত কথা, নাৰীসকলেও নাৰীৰ এই বন্দীত্বৰ পৰা মুক্তিৰ বাবে চিন্তা নকৰে। নাৰী স্বাধীনতা, নাৰীমুক্তিৰ কথা কোৱা নাৰীসকলেও কিন্তু চাৰিবেৰৰ মাজত থাকিয়েই গুজৰি-গুমৰি থাকে। যদি কোনো নাৰীয়ে এই প্ৰাচীৰ ভঙাৰ প্ৰয়াস কৰে তেন্তে তেওঁৰ চকুত প্ৰথম আঙুলি টোঁৱায় নাৰীয়েই। পুৰুষতকৈ আগতে নাৰীয়েই তেওঁক তিৰষ্কাৰ কৰে, বিদ্ৰূপ কৰে, ভীতি-প্ৰদৰ্শন কৰি সেই প্ৰাচীৰ ভঙাৰ উৎসাহক নিৰ্বাপিত কৰি থয়।

প্ৰভা : কিয় এনে হয় নির্মলা বাইদেউ ? নাৰীৰ প্ৰতি নাৰীৰে এই বিদ্বেষ কিয় ?

নির্মলা : এয়া এদিনত বা দুদিনত হোৱা কথা নহয় প্ৰভা। আমাৰ সভ্যতা, আমাৰ সংস্কৃতিয়ে নাৰীৰ এনে মানসিকতাৰ জন্ম দিছে। গতিকে এই অৱস্থা-ব্যৱস্থাৰ অৱসানো এদিনতে অসম্ভৱ। তাৰ বাবে লাগিব পৰিৱৰ্তন। মানসিকতাৰ পৰিৱৰ্তন। আমি প্ৰত্যেকে প্ৰত্যেকক বুজি পোৱাৰ অৱকাশ লাগিব। পৰস্পৰে পৰস্পৰৰ আৱেগ, অনুভূতিক সন্মান কৰাৰ আগ্ৰহৰ জন্ম দিব লাগিব। বৰ সহজ নহয় এই পৰিৱৰ্তন। অপেক্ষা কৰিব লাগিব বহুদিন। অ-পে-ক্ষা--- এক আমনিদায়ক অথচ আশাৰ সঞ্চাৰ হোৱা কাৰ্য -অপেক্ষা--- অপেক্ষা--- (সকলো শুবলৈ যায়।)

Next sequence- Light change

(ৰাতিপুৱা- নুৰজাহান ওলাই আহে।)

নুৰজাহান : হে পৰৱাৰ দিগাৰ । তোমাক লাখ লাখ চুকৰ। আজি তুমি মোক দোৱা কৰিছা আল্লা। আজি মই নিজৰ ঘৰলৈ যাব পাৰিম।

নিৰ্মলা : কি হ'ল নুৰজাহান ? আজি ইমান সোনকালে উঠিলা যে ?

নুৰ : কিয়, আজি মোৰ জামাল আহি মোক লৈ যোৱাৰ কথা নাই ?

নিৰ্মলা : নিজৰ ঘৰলৈ প্ৰত্যাগমনৰ আনন্দত তোমাৰ টোপনিয়েই নাহিল নেকি ?

নুৰ : অঁ নিৰ্মলা। এই ক্ষণটোলৈকে মই আজি ইমানদিনে বাট চাই আছিলো। মোৰ ল'ৰা এদিন আহিব, আহি মোক তাৰ লগত লৈ যাব, আমাৰ এখন নিজাকৈ ঘৰ হ'ব। তাৰ নিকাহ কৰাই দিম। তাৰ বাচ্ছা হ'ব...... বা কিমান ভাল লাগিব নহয় নিৰ্মলা। নিৰ্মলা কি হ'ল ? কি ভাবিছা তুমি ?

নিৰ্মলা : ভাবিছো, কিমান ভাগ্যৱতী তুমি। তোমাৰ মাতৃস্নেহে আজি তোমাৰ পুত্ৰক পুনৰ তোমাৰ ওচৰলৈ লৈ আহিছে। আৰু মই ? সেই স্নেহ, সেই মমতাক বিসৰ্জন দি সন্তানৰ ওচৰৰ পৰা গুছি আহিছো। চোৱাচোন, তুমিও মাতৃ, মইও মাতৃ। কিন্তু আমাৰ মাজত কিমান প্ৰভেদ। তুমি হ'লা মমতাৰ আকৰ। আৰু মই যেন ভীষণ স্বাৰ্থপৰ। নিজৰ সন্তুষ্টি, নিজৰ স্বাধীনতাৰ বাবে মই এগৰাকী নাৰীৰ মমতা, স্নেহ, দায়িত্ববোধক বিসৰ্জন দিছো। মই ভুল কৰা নাইনে এয়া ?

নুৰ : জানি শুনি ভুল কাম কোনেও নকৰে নিৰ্মলা। মানুহে পৰিস্থিতিৰ তাগিদাত নিজৰ কাম কৰি যায়। সেয়ে কেতিয়াবা মানুহৰ জীৱনত বিৰূপ ফল দিয়ে। তেতিয়াই মানুহৰ জ্ঞান হয় ভুল কৰা হ'ল বুলি।

নিৰ্মলা : ঠিকেই কৈছা। কৰো বুলি মানুহে ভুল নকৰে। আৰু ভুলবোৰেইতো মানুহৰ জীৱনৰ একো একোটা শিক্ষা। নহয় জানো ?

নুৰ : নিৰ্মলা মই আজি যামগৈ। তোমালোকক এৰি গুছি গ'লে মোকো তোমালোকে স্বাৰ্থপৰ বুলি ভাবিব পাৰা।

নিৰ্মলা : নাভাবো নুৰজাহান। এয়া তোমাৰ স্বাৰ্থপৰতা কেতিয়াও নহয়। তুমি তোমাৰ সন্তানৰ কাৰণে কৰা ত্যাগ, সন্তানৰ মোহত মাতৃয়ে কৰা কোনো কামেই পাপ নহয়। সেয়া মাতৃত্ব। তুমি মাতৃত্বৰে মহিয়সী হোৱা। মোৰ শুভেচ্ছা সদায়ে থাকিব।

জামাল : (বাহিৰত) আম্মি, আম্মি।

নুৰ : কোন ? জামাল ? সি আহিছে নিৰ্মলা। আহ বাবা। মই ৰৈ আছো।

জামাল : (সোমাই আহে। গাত তেজ, আঘাতপ্ৰাপ্ত) আম্মি, আম্মিজান।

নুৰ : (আতঙ্কত) জামাল——, তোৰ কি হ'ল বাচা ? তোৰ গাত খুন ?

নিৰ্মলা : জামাল, তোমাৰ এই অৱস্থা কেনেকৈ হ'ল ? (সকলো আহে)

জামাল : সিহঁতে মোক কাটিলে আম্মি। সিহঁতে মোক——

নির্মলা ঃ কোন সিহঁত ?

জামাল ঃ দুচ্মন। আমাৰ ধৰ্মৰ দুচ্মন সিহঁত। সিহঁতে মোক আকৌ সিহঁতৰ লগত যাবলৈ কৈছিল। আকৌ খঞ্জৰ ল'ব কৈছিল। মই মানা কৰাত মোক কাটিলে সিহঁকে।

নুৰ ঃ হে আল্লাহ, এয়া কি কৰিলা তুমি ?

জামাল ঃ মই তোক লৈ যাব নোৱাৰিলো আম্মি। মোক তই মাফ কৰি দে। সিহঁতে মোক ভাল মানুহ হ'বলৈ নিদিলে। নির্মলা মাহী, তোমালোকে মোৰ আম্মিক চাবা। মোক মাফ কৰি দিবা। মই ভাল ল'ৰা হ'ব খুজিছিলো—— নোৱাৰিলো—— নোৱা—— (মৃত্যু হয়।)

নুৰ ঃ জামাল নাই নহয়। তই ভাল ল'ৰা হ'ব পাৰিবি জামাল। জামাল। চা বাবা। মই তোৰ লগত যাবলৈ ওলাই আছো। তই উঠ বাচা। মোক লৈ যা সোণ। জামাল, উঠ জামাল।

নির্মলা ঃ জামাল উঠিব নোৱাৰে নুৰজাহান। তাক চিৰদিনৰ বাবে শুৱাই দিয়া হ'ল।

নুৰ ঃ নাই! কোনে ? কোনে মাৰিলে মোৰ জামালক ? ঐ, কোনে মোৰ বুকু শুদা কৰি লৈ গ'লি ? লৈ গ'লি মোৰ বেটাক ? কোনে মাৰিলি ঐ কোনে ? ঐ জামাল, তই তোৰ আম্মিক এৰি কিয় গুছি গ'লি হাঁ ? তোৰ আম্মি এতিয়া কেনেকৈ জীয়াই থাকিব ? কাৰ কাৰণে বাট চাই থাকিম আজিৰ পৰা ?

কোৰাচ ঃ হায়, মোৰ জামাল এ, মোৰ জামালক কোনে মাৰিলা, কোনে মাৰিলা হায় মোৰ জামাল এ।
আম্মি আম্মি কৰি সি ———— হায় ঐ দেহী।
গুছি গ'ল আম্মিক এৰি—— হায় ঐ দেহি।
আম্মিয়ে কেনেকৈ থাকে ধৈৰ্য ধৰি। (Sequence change)

নির্মলা ঃ হেৰা, সঙ্গীতা ক'লৈ গ'ল ?

ৰুক্মিণী ঃ এৰাতো, সঙ্গীতা, সঙ্গীতা (সকলোৱে বিচাৰে)

প্ৰভা ঃ সৌৱা কৃষ্ণচূড়াৰ তলত বৈ আছে। সঙ্গীতা—।

নির্মলা ঃ সঙ্গীতা, কি কৰিছা তাত ? আঁহা, ইয়ালৈ আঁহা। এয়া তোমাৰ কি ৰূপ সঙ্গীতা ? (সম্পূৰ্ণ কইনা-সাজেৰে সঙ্গীতা সোমাই আহে।)

প্ৰভা ঃ নতুন কাপোৰ, অলঙ্কাৰ, প্ৰসাধন , একেবাৰে কইনাজনী হৈছা যে ?

সঙ্গীতা ঃ তেওঁ আজি আহিব।

প্ৰভা ঃ কোন ?

সঙ্গীতা : মোৰ ৰাজকুমাৰ। মোক তেওঁৰ কুমাৰী কৰি লৈ যাব আজি।

ৰুক্মিণী : সেই কাৰণে কইনা সাজি আছা। তোমাক আজি বৰ ধুনীয়া লাগিছে সঙ্গীতা। নতুন কাপোৰ, জকমকীয়া অলঙ্কাৰ, সুন্দৰ প্ৰসাধন

নিৰ্মলা : এই অলঙ্কাৰ, প্ৰসাধন এইবোৰ নাৰীৰ দাসত্বৰ প্ৰতীক ৰুক্মিণী।

ৰুক্মিণী : কি কৈছা নিৰ্মলা বাইদেউ। এইবোৰ দাসত্বৰ প্ৰতীক কিয় হ'ব। অলঙ্কাৰ, প্ৰসাধনে নাৰীৰ সৌন্দৰ্যক বঢ়াইহে তোলে।

নিৰ্মলা : সৌন্দৰ্যৰ আঁৰতে আছে দাসত্ব। সঙ্গীতাৰ ডিঙিৰ নেক্লেচ, হাতৰ খাৰু, এয়া আন একো নহয়, লৌহ-শৃংখলৰ ৰূপান্তৰ। তোমাৰ অলঙ্কাৰ বোৰে তোমাৰ কৰ্মশক্তি, বাকশক্তিক বান্ধি পেলোৱাৰ ইঙ্গিত বহন কৰিছে। আন নালাগে তোমাৰ ওঁঠৰ লিপষ্টিকবোৰেও তুমি যে সম্ভোগৰ বাবে উৎসৰ্গিতা তাৰ ইঙ্গিত দিছে। এটা সময়ত এই লিপষ্টিকেৰেই বেশ্যা সভ্য নাৰীক চিনাক্তকৰণ কৰা হৈছিল।

সঙ্গীতা : হওক দাসত্ব বা সম্ভোগৰ প্ৰতীক। মই মোৰ প্ৰেমৰ পূজাৰীক পাবৰ কাৰণে বিনা-সঙ্কোচেৰে গ্ৰহণ কৰিম দাসত্বক।

নিৰ্মলা : প্ৰেম-প্ৰাপ্তিৰ কাৰণে নিজক ত্যাগ কৰা নাৰীৰ কোনো বিশেষত্ব নাই সঙ্গীতা। তুমি হৈ পৰিবা সাধাৰণ নাৰী।

সঙ্গীতা : মই সাধাৰণ হ'ব নোখোজো বাইদেউ। মোক পাবৰ কাৰণে তেওঁ গ্ৰহণ কৰিছে মোৰ পৰিয়ালৰ সমস্ত দায়িত্ব। মোক তাতকৈ বেছি একো নালাগে। ঘোঁৰাৰ খুৰাৰ শব্দ। ৰাজকুমাৰ আহে। তুমি আহিলা ৰাজকুমাৰ। মই সাজু হৈয়েই আছো। যাওঁ নিৰ্মলা বাইদেউ, ৰুক্মিণী, প্ৰভা থাকিবা তোমালোক। নুৰ বাইটি, আশীৰ্বাদ কৰিবা--। ব'লা ৰাজকুমাৰ।

ৰাজ : মই তোমাক নিব নোৱাৰিম সঙ্গীতা (Reaction)

সঙ্গীতা : কি ? নিব নোৱাৰিবা ? কিন্তু কিয় ?

ৰাজ : তুমি মোক ভুল নুবুজিবা সঙ্গীতা। মই একেবাৰে নিৰুপায়।

সঙ্গীতা : তাৰমানে তুমি মোক প্ৰতাৰণা কৰিবা ?

ৰাজ : প্ৰতাৰণা নহয় সঙ্গীতা, মই মাত্ৰ অলপ বুজাবুজি কৰিব বিচাৰো।

সঙ্গীতা : ৰাজকুমাৰ, আমাৰ প্ৰেম, আমাৰ সম্পৰ্ক, বুজাবুজি নাইবা আপোচ এইবোৰৰ গণ্ডীত সীমাবদ্ধ নহয়।

ৰাজ : মই জানো সঙ্গীতা।

সঙ্গীতা : সকলো জানিও তুমি ........

ৰাজ : সকলো জানিও মই অৱস্থাৰ লগত আপোচ কৰিবলগা হৈছে।

সঙ্গীতা : ৰাজকুমাৰ! তুমি কি এনে অৱস্থাত পৰিছা যে তোমাৰ প্ৰেমক বিসৰ্জন দিবলৈকো কুণ্ঠাবোধ কৰা নাই ?

ৰাজ : কোনে কৈছে মই কুণ্ঠাবোধ কৰা নাই ? মোৰ হৃদয়ক কিমান পাষাণ কৰি মই এই কথা সঙ্গীতাক ক'ব লগা হৈছে সেয়া কেৱল মই বুজিছো। সঙ্গীতা, তোমাৰ অবিহনে মোৰ জীৱন নিষ্ফল। মোৰ হৃদয়ে হাহাঁকাৰ কৰি থাকিব তোমাৰ কাৰণে। কিন্তু........

নিৰ্মলা : কোৱা ৰাজকুমাৰ। কি তোমাৰ সমস্যা, যাৰ কাৰণে হৃদয়ক পাষাণ কৰিছা ?

ৰাজ : মোৰ প্ৰেমৰ প্ৰতিবন্ধক মোৰ পিতৃ। তেওঁ কোনোপধ্যেই ৰাজী নহয় সঙ্গীতাৰ দৰে বংশ-মৰ্যাদাহীন এজনী ছোৱালীক বোৱাৰী হিচাপে গ্ৰহণ কৰিবলৈ।

সঙ্গীতা : তোমাৰ প্ৰেমৰ কথা তোমাৰ পিতৃক বুজাব নোৱাৰিলা ৰাজকুমাৰ ?

ৰাজ : নুবুজে। মোৰ পিতৃয়ে হৃদয়ৰ ভাষা বুজি নাপায়। বুজি পায় ধন- দৌলত, মৰ্যাদাৰ কথা। কাৰণ তেওঁ ৰজা। ৰজাৰ সকলো চিন্তা, সকলো ভাৱনাই ৰাজকীয়। এই ৰাজকীয়তাত হৃদয়, প্ৰেম-অনুৰাগৰ স্থান নাই।

সঙ্গীতা : তেনেহ'লে তুমি মোক সঁচাকৈয়ে গ্ৰহণ নকৰা ?

ৰাজ : তুমি মোক ক্ষমা কৰা সঙ্গীতা। মোৰ পিতৃৰ শেষ সিদ্ধান্ত মই তোমাক গ্ৰহণ কৰিলে তেওঁ মোক ত্যাগ কৰিব। তেওঁ মোক ত্যাগ কৰিলে মই দিক্‌শূণ্য হৈ পৰিম। কোনো অস্তিত্ব নাথাকিব মোৰ। গতিকে মই ভাবিছো অস্তিত্বহীন জীৱনতকৈ প্ৰেমহীন জীৱনেই মোৰ বাবে গ্ৰহণীয়। তুমি বুজি পাইছা সঙ্গীতা ? মোক ভুল নুবুজিবা।

সঙ্গীতা : বুজিছো। তোমাক মই এতিয়াহে বুজি পাইছো ৰাজকুমাৰ। ইমানদিনে মই তোমাক ভুল বুজিছিলো। তোমাৰ স্বাৰ্থপৰতা, তোমাৰ ভয়াতুৰ মনটোক মই ভালকৈ বুজি পাইছো। তোমাৰ অস্তিত্ব ৰক্ষাৰ কাৰণে আজি প্ৰেমক বিসৰ্জন দি দিবলৈ ওলাইছো। কিন্তু এবাৰলৈয়ো মোৰ ক থ া নাভাবিলা তুমি। মোৰ কি হ'ব? তোমাৰ প্ৰেমেইতো মোৰ অস্তিত্ব। সেই প্ৰেম নাথাকিলে মই কি লৈ জীয়াই থাকিম ? এবাৰ..... মাত্ৰ এবাৰো ভাবি নাচালা।

ৰাজ : সঙ্গীতা (ওচৰলৈ গৈ চুব খোজে)

সঙ্গীতা : নাহিবা মোৰ ওচৰলৈ। নুচুবা মোক। আঁতৰি যোৱা। মই তোমাক অনুৰোধ কৰিছো ৰাজকুমাৰ, এই মুহূৰ্তত তুমি আঁতৰি যোৱা।

(চুচুক-চামাককৈ ৰাজকুমাৰ যায়। সঙ্গীতাই চাই থাকে। বাকীবোৰে গায়।)

নাযাবা ৰাজকুমাৰ মোক এৰি হৰি
তোমাৰ বিহনে মই থাকো কেনে কৰি
(Direction) ...............................

নুৰ : বিচ্ছেদৰ বেদনা সহ্য কৰা বৰ কষ্টকৰ আই।

সঙ্গীতা : মোৰ এতিয়া কি হ'ব ? (কান্দে)

নুৰ : এতিয়া কান্দি কিবা লাভ হ'ব জানো ?

নিৰ্মলা : তোমাৰ চকুৰ পানীয়ে ৰাজকুমাৰক ঘূৰাই আনিব নোৱাৰে। তুমি যিমানেই কান্দিবা নিজকহে সিমান দুৰ্বল কৰা হ'ব।

ৰুক্মিণী : কিন্তু এগৰাকী নাৰীয়ে কিয়েইবা প্ৰতিবাদ কৰিব পাৰে ?

নিৰ্মলা : কিয় নোৱাৰে ? কন্দাৰ বাদে আন একো কৰিব নোৱাৰে কিয় ? সদায় নাৰীৰ ওপৰত প্ৰৱঞ্চনা, শোষণ, অত্যাচাৰ চলি থাকিব আৰু আমি কি চকুৰ পানীৰে তাৰ উপশম ঘটোৱাৰ চেষ্টা কৰি থাকিম সদায় ? আমাৰ ওপৰত হোৱা প্ৰৱঞ্চনা, অত্যাচাৰৰ প্ৰতিবাদ নকৰিম ? আজি নুৰজাহানৰ পুত্ৰক কোনোবাই হত্যা কৰি এগৰাকী মাতৃৰ বুকু সুদা কৰি গ'ল। নিজৰ অস্তিত্ব-ৰক্ষাৰ কাৰণে ৰাজকুমাৰে সঙ্গীতাক দি গ'ল বৈধব্য-যন্ত্ৰণা। দুটোপাল চকুৰ পানী টুকি তাক পাহৰিবৰ চেষ্টা কৰাই কি এগৰাকী নাৰীৰ কৰ্তব্য ? ইয়াৰ প্ৰতিবাদ নহ'ব কেতিয়াও ? কোৱা, ইয়াৰ প্ৰতিবাদ কৰিবৰ বাবে নিজৰ মনক সৱল কৰিব পাৰিবা তোমালোকে ? কোৱা সঙ্গীতা- (সঙ্গীতাই কিবা ক'ব, কিন্তু কথা শুনা নাযায়। সঙ্গীতা, কি হ'ল তোমাৰ ? তোমাৰ মুখৰ কথা যে শুনা নাই! সঙ্গীতাৰ মুখৰ মাত ক'ত হেৰাই গ'ল নুৰজাহান ? (নুৰজাহানেও কিবা ক'ব, কিন্তু শুনা নাযায়।) নুৰজাহান, তুমিও মাতিব পৰা নাই ৰুক্মিণী, এয়া কি হৈছে (ৰুক্মিণীৰো একেই অৱস্থা) চন্দ্ৰপ্ৰভা...... (একে অৱস্থা) তোমালোকৰ কি হৈছে ? তোমালোকৰ মুখৰ মাত কোনে বন্ধ কৰিছে ?

[Time gap]

এয়াই অসহায়া নাৰীৰ পৰিণতি! প্ৰতিবাদৰ কথা কোৱাৰ লগে লগে বাকশক্তি কোনোবাই বন্ধ কৰি দিয়ে।

নুৰ : এয়া কেৱল আজিৰ কথা নহয় নিৰ্মলা। যুগ যুগ ধৰি এনেকৈয়ে আমাৰ বাকশক্তি নাইকীয়া হৈ আহিছে। যেতিয়াই নাৰীয়ে সমস্বৰত চিঞৰাৰ প্ৰয়োজন হয়, তেতিয়াই আমাৰ মুখৰ কথা যদি কোনোবাই বন্ধ কৰে

তেন্তে আমাৰ কৰ্মৰে, আমাৰ গতিৰে, আমাৰ ওপৰত চলা নিৰ্যাতনৰ প্ৰতিবাদ কৰিব লাগিব। গৈ টোপোলাটো লয়। সকলোৱে ঘুৰণীয়াকৈ বহে। সকলোৰে মাজত নিৰ্মলাই টোপোলাটো পেলায়। সকলো থিয় হয়। লেম্প আনি হাতে-হাতে দিয়ে। সকলোৱে লেম্পবোৰ লৈ নৃত্য-ভঙ্গীমাৰে শোভাযাত্ৰা কৰাৰ দৰে ওলাই যায়।

- যৱনিকা -

# ছিন্নমূল পথিক

(পূৰ্ণাঙ্গ নাট)

গৌৰৱ বৰুৱা

<u>প্ৰথম মঞ্চায়ন</u>

৯-১০ জুন ২০০৪

কুমাৰ ভাস্কৰ নাট্য মন্দিৰ, গুৱাহাটী

পৰিচালনাঃ গৌৰৱ বৰুৱা

প্ৰযোজনা ঃ অংকণ, গুৱাহাটী

(নাটখনি মঞ্চায়ণ কৰাৰ পূৰ্বে নাট্যকাৰৰ অনুমতি লোৱাটো বাঞ্চনীয়)

# চৰিত্ৰলিপি

| | | |
|---|---|---|
| দিবাকৰ | ঃ | বয়স ৩৫-৪০ বছৰ। চমৰাজানৰ বাসিন্দা |
| হেমধৰ মিলি | ঃ | দিবাকৰৰ বন্ধু |
| দত্ত | ঃ | ৫০-৫৫ বয়সীয়া যাত্ৰী |
| বৰা | ঃ | দত্তৰ সহযাত্ৰী-বন্ধু |
| স্থানীয় গ্ৰাহক | ঃ | ৪০ বছৰ বয়সীয়া অৱসৰপ্ৰাপ্ত মিলিটাৰী |
| ভলৌ | ঃ | ২৫-৩০ বয়সীয়া ব্যক্তি |
| দত্ত্ব মহৰী | ঃ | ৪০-৪৫ বছৰীয়া স্থানীয় স্কুলৰ শিক্ষক |
| প্ৰশান্ত | ঃ | ২৫-৩০ বছৰীয়া স্থানীয় যুৱ নেতা |
| মাষ্টৰ | ঃ | ৪০-৪৫ বয়সীয়া স্থানীয় স্কুলৰ শিক্ষক |
| তগৰ | ঃ | দিবাকৰৰ পত্নী |
| সোণপাহী | ঃ | দিবাকৰৰ সম্পৰ্কীয় বৌয়েক |
| অকণ | ঃ | দিবাকৰৰ ৯-১০ বছৰীয়া একমাত্ৰ সন্তান । |

ৰামপ্ৰসাদ, হেণ্ডীমেন, গোহাঁই ড্ৰাইভাৰ, নন্দেশ্বৰ, জীৱন, ভৰত, কনক, কলিমুদ্দিন, মহৰী, বনুৱা, যাত্ৰী, মাছমৰা তিৰোতা, বানাক্ৰান্তলোক, অকণৰ লগৰীয়া, ধন,মইনা, কণটিলৌ আদি।

# প্ৰস্তাৱনা

দূৰৈৰ পৰা ঐনিঃতমৰ সুৰ ভাঁহি আহে। ঐনিঃতমৰ সুৰ বাঢ়ি অহাৰ পিছতে ঢোল-তালৰ মাত শুনা যায়। মঞ্চ পোহৰ হয়। মাছমাৰি থকা এজাক গাভৰুৰ উচ্ছল হাঁহি এজাউৰি বিয়পি পৰে। হাঁহি-খিকিন্দালি কৰি গাভৰুজাকে মাছ মাৰি থাকে। ক্ৰমশঃ পোহৰ সলনি হয়। পশ্চিম আকাশত আবেলিৰ বেলি। গাভৰু জাকে জাকৈ-চালনী সামৰি ঘৰলৈ ঘূৰে। ঐনিতমৰ সুৰটো পুনৰ বাঢ়ি আহে। লাহে লাহে মঞ্চ আন্ধাৰ হয়। নেপথ্যত ঐনিতমৰ সুৰ বাজি থাকে।

বতাহ বৰষুণৰ সো-সোৱনি শব্দ ভাঁহি আহে। পানীৰ ঢল অহাৰ শব্দত ঐনিতমৰ সুৰ তল পৰে। গাই-গৰু, জীৱ-জন্তুৰ চিঞৰ, মানুহৰ আৰ্তনাদ, কেঁচুৱাৰ কান্দোন আৰম্ভ হৈ হঠাৎ বন্ধ হৈ যায়। বতাহ আৰু পানী বাগৰি যোৱাৰ শব্দ চলি থাকে। লাহে লাহে মঞ্চত ক্ষীণ পোহৰ পৰে। মঞ্চত মঠাউৰিৰ ওপৰত আশ্ৰয় লোৱা এজাক বান-বিধ্বস্ত মানুহ। সৰু সৰু ল'ৰা-ছোৱালীবোৰে লঘোণীয়া পেটেৰে ঠাণ্ডাত কঁপি কঁপি মাক-দেউতাকহঁতৰ কোলাত কলমটিয়াইছে। ডেকা-বুঢ়া সকলো নিৰ্বিকাৰ। অনাহাৰ-অনিদ্ৰাত সকলো মুক। সোঁ মঞ্চৰ ওপৰভাগত এগৰাকী তিৰোতাক আন চাৰি-পাঁচ গৰাকী তিৰোতাই ঘেৰি ধৰি আছে। তিৰোতা গৰাকীয়ে প্ৰসৱ যন্ত্ৰণাত ছট্‌ফটাই আৰ্তনাদ কৰি উঠে। মানুহবোৰ অস্থিৰ হৈ উটে। ডেকা এজন কিংকৰ্তব্য বিমূঢ় হৈ তিৰোতাজনীৰ কাষ চাপি যায়। তিৰোতাগৰাকীয়ে শুশ্ৰূষা কৰি থকা আদবয়সীয়া তিৰোতা এগৰাকীয়ে চিঞৰি উঠে—

তিৰোতা ঃ ঐ, মাইকীয়ে ল'ৰা পোৱা চাব নালাগে মৰাহঁত, মানুহজনীৰ মূৰৰ ওপৰত টকৌপাত দুখিলামান দিয়াৰ ব্যৱস্থা কৰ। কৃষ্ণ...... কৃষ্ণ......

ডেকা ঃ নাও এখনো আহি নাপালেহি, ...... কি কৰো এতিয়া ....

[তিৰোতা গৰাকীৰ আৰ্তনাদ বাঢ়ি আহে । সকলো অস্থিৰ । বৃদ্ধসকলে চকু-মুখ ঢাকি কৃষ্ণৰ নাম লয়। আদবয়সীয়া তিৰোতাগৰাকীয়ে নিজৰ গাৰ চাদৰখনকে তিৰোতা গৰাকীৰ সন্মুখতে মেলি ধৰে । পোহৰ পৰিবৰ্তন হয়। পানীৰ সোঁতৰ শব্দ বাঢ়ি আহে। (নিৰ্দেশনা) সদ্যজাত শিশুৰ কান্দোন শুনা যায়। সকলো ফ্ৰিজ। পোহৰ পৰিবৰ্তন হয়। কেৱল কেঁচুৱাটোৰ প্ৰাণকাতৰ চিঞৰ ভাঁহি থাকে। মঞ্চ আন্ধাৰ হয়।

নেপথ্যত পুৰুষ কণ্ঠত বিহুগীত এফাঁকি ভাঁহি আহে। কেঁচুৱাটোৰ কান্দোন ক্ৰমশঃ নোহোৱা হৈ যায়।]

নিৰু নিৰু নিৰুমাই

নিৰু আজি ঘৰত নাই .....

[মঞ্চত পোহৰ পৰে। সন্ধিয়াৰ সময়। কান্ধত মেচি দা এখন আৰু দাখনৰ আগটোত লেছেৰা এডাল মেৰিয়াই লৈ বিহু গাই গাই গাঁৱৰ ডেকা এজন সোমাই আহে —]

নিৰু গৈছিল নদীলৈ

বিহু কাপোৰ ধুবলৈ

জীয়াঢলৰ সোঁতে পাই নিৰুক নিলে.........

হঠাৎ ভৰিৰ তলুৱাত আঘাট পাই থমকি ৰয়। তললৈ চাই শুকান বালিৰ ওপৰত এটা আধা ভগা কলহ। কলহৰ টুকুৰাটো তুলি লৈ দূৰলৈ দলিয়াই দিবলৈ লৈ ৰৈ যায়। নিজৰ ভৰিৰ তলুৱাখনলৈ এবাৰ চায়। ইফালে-সিফালে চাই ওচৰতে গছৰ শুকান মূঢ়া এটা দেখা পায়। কলহৰ টুকুৰাটো মূঢ়াটোৰ ওপৰতে থৈ গানটো গাই গাই ওলায় যায়। পোহৰ গছৰ মূঢ়া আৰু ভগা কলহৰ ওপৰত কেন্দ্ৰীভূত হৈ ক্ৰমশঃ আন্ধাৰ হৈ পৰে। নেপথ্যত গীতটো ভাঁহি থাকে ।

দৃশ্যান্ত

# দৃশ্য-১

[নেপথ্যত ভাঁহি থকা বিহুগীতটো টেপ-ডেকত বজা বিহুনাম, হিন্দী গীতৰ শব্দত তল পৰে। টেপ-ডেকৰ শব্দ ক্রমশে তীব্র হৈ উঠে। মানুহৰ হাই উৰুমি শুনা যায়। মঞ্চত পোহৰ পৰে। মঞ্চত দুপৰীয়াৰ ব্যস্ত চমৰাজান ঘাট। মঞ্চৰ বাওঁফালে তগৰৰ অস্থায়ী চাহ তামোলৰ দোকান। তগৰে তামোল কাটি থাকে। কাষতে বেঞ্চত দত্ত, বৰা আৰু স্থানীয় গ্ৰাহকজনে বহি চাই থাকে । সন্মুখেৰে দুই এজন যাত্ৰী পাৰ হৈ যায়। নেপথ্যত গাড়ীৰ হেণ্ডিমেনৰ চিঞৰ শুনা যায়।]

হেণ্ডিমেন : আহক আহক Direct চিলাপথাৰ.... Direct চিলাপথাৰ ........ খালী গাড়ী, Last গাড়ী Direct চিলাপথাৰ.......
(সোঁ মঞ্চৰে হেণ্ডিমেন চিঞৰি চিঞৰি সোমাই আহে)

বৰা : হেৰা, ভাইটি, অথনিৰে পৰা Direct চিলাপথাৰ Direct চিলাপথাৰ কৰি চিঞৰি আছা যে গাড়ীনো কেতিয়া এৰিবা ? গাড়ীত দেখোন ভৰি দিবলৈ ঠায়ে নাই ....

হেণ্ডিমেন : এ ..... যাওঁহে খুড়া....আপোনালোক বহি লওক গৈচোন। সৌ নাওখন আহি এই পাৰত লাগিলেই গাড়ী ষ্টাৰ্ট Direct চিলাপথাৰ ........No কথা-বথি। ...... Direct চিলাপথাৰ ...... Direct (বাওঁ মঞ্চৰে ওলাই যায়)

দত্ত : হুঃ ....No কথা-বথি .... পাণ-জপাদি মানুহ জাপিছ' ..... এইবোৰনো বাৰু গাড়ী যোৱা ৰাস্তানে ?

স্থানীয় গ্ৰাহকঃ ৰাস্তা ? হেৰি এইটো ৰাস্তা নহয়। ৰাস্তা আছিল সৌটো এতিয়া তাত নদী,

ইয়াত ৰাস্তা..... অহাবাৰ বা কৰৈ যায় .....

বৰা ঃ আপোনালোক যে ইয়াত কেনেকৈ আছে ভাবিলেই আচৰিত লাগে.... খৰালিও নাৱত উঠিব লাগে, বাৰিষাত যে......

স্থাঃ গ্ৰাহক ঃ অ' এতিয়াৰ দৰে বাছৰ পৰা নামি লৰা-ঢপৰা কৰি নাৱত উঠকগৈ। নাও আহি পাৰত নালাগোতেই জপিয়া-জপি কৰি গাড়ীত উঠক, গৰুও নোযোৱা বাটেৰে দুই তিনি কি.মি. গৈ আকৌ নামক এইবোৰ ঝামেলা নাই ...... Direct নাও ... হুঁ হুঁ ইয়াৰ মানুহবোৰৰ পেটতো খৰালিতকৈ বাৰিষাহে ভাত দুগৰাহমানে সৰহকৈ পৰে।

বৰা ঃ মানে ?

স্থাঃ গ্ৰাহক ঃ হেঃ হেঃ পানীয়েই নিয়ে, পানীয়েই দিয়ে। মানে ভৰা বাৰিষাৰ দিন কেইটাত পাঁচোটা সাতোটা মানুহে একেখন নাওকে চলায়ে কোনোমতে চাউল মুঠি যোগাৰ কৰিব পাৰে। ওপৰজনাৰ কৃপাত মাজে-সময়ে ৰিলিফৰ নামত গুদামত পৰি থকা পচা চাউল কেইটামানৰো সোৱাদ ল'বলৈ পায়। কিন্তু খৰালিত, খৰালিয়েই আৰু .... খৰালি খাৰলি অকণো পাবলৈ নাই। ঘৰৰ ল'ৰা-ছোৱালী, জীয়ৰী-বোৱাৰী সকলোৱে দুহাতে আজুৰিও ভাতমুঠি যোগাৰ কৰিব নোৱাৰে। এই দোকান বিলাক যে দেখিছে, ৰাস্তাৰ দুয়োকাষে শুকান নৰা আৰু নগাধাৰীৰ বেৰা। ছো হু ঘৰৰ জীয়ৰী-বোৱাৰীয়ে পুৱাৰপৰা সন্ধিয়ালৈকে চাহ তামোল, বিড়ী ছিগাৰেট......(কিবা এষাৰ লুকুৱাব খোজে) এইবোৰ বেচে, মতাবোৰে, সৌৱা ট্ৰাকৰ পৰা চাউল চেনিৰ বস্তা এৰঁকাল পানীত পৰি-পৰি কিদৰে কঢ়িয়াইছে দেখিছে আৰু সেইদুদিন আগতে থিয়ডঙা দিয়া সৌ পোৱালীমখাই বাছ এখন ৰবকে নিদিয়ে .... দাদা বেগটো দিয়ক, বেগটো দিয়ক, বাচৰ পৰা বেগটো আনি নাৱত তুলি দিয়ে। বেচেৰাইঁতে সেই ডাঙৰ ডাঙৰ বেগবোৰ কঢ়িয়াইও সিহঁতৰ সৰু সৰু পেটটোহঁতৰ কাৰণে ভাতমুঠি মোকলাব নোৱাৰে.... (টেপত বাজি থকা বিহুনাম তীব্ৰ হৈ উঠে)

বৰা ঃ সঁচাকৈয়ে বৰ দুখ লগা কথা।নিজ চকুৰে নেদেখিলে কোনেও বিশ্বাসেই নকৰিব। এখন নদীয়ে যে মানুহক কেনে জ্বলা-কলা দেখুৱাব পাৰে ।সৌ ঘৰটো চাওকচোন দত্ত। কম কষ্টেৰেনো সেইটো ফুলৱাল ঘৰ সাজিছিল নে। এতিয়া সেই ভেণ্টিলেটৰৰ ওপৰলৈকে বালি, মানুহ থাকে গাঁতত।

*স্থাঃ গ্ৰাহক ঃ নিগনি, হুঁ হুঁ খৰালি গাঁতত বাৰিষা ছালত। হুঁ হুঁ .....। সেইটো ঘৰ মোৰে বুজিছে। মিলিটৰীত আছিলো। Voluntiery retirement লৈঘূৰি*

আহিলো, ঘৰত মাটি-বাৰী চাওঁতাও কোনো নাই, ধন যিকেইটা লৈ আহিছিলো ঘৰটোতে সুমুৱাই দিলো। হুঁ হুঁ ... (চিগাৰেট এটাঁ জ্বলাই)।

(কেচেটৰ বিহু পুনৰ ভাঁহি আহে। সন্মুখেৰে দুজনমান যাত্ৰী পাৰ হৈ যায়)।

দত্ত : বৰা, মই কথা এটা ভাবিছো।

বৰা : কি ?

দত্ত : আমাৰ এই যাত্ৰা ইমানতে সামৰাই ভাল নেকি ?

বৰা : আপুনি কি কথা কয়হে দত্ত। এনে এটা সকামত ঘৰৰ পৰা ওলাই আহি এই আধাবাটৰ পৰা..... । মানুহ ঘৰে বাৰু কি ভাবিব কওকচোন ?

দত্ত : মানুহঘৰৰ কথা বাদ দিয়ক, নিজৰ কথা ভাবক। এনেকুৱা পাণ্ডববৰ্জিত ঠাইলৈ বাৰু নিজৰ ছোৱালী বিয়া দিব পাৰিনে ? তায়ো বেটীয়ে ল'ৰা আৰু বিচাৰি নাপালে। ইউনিভাৰচিটিৰ হোষ্টেলত থাকি এই ধেমাজিৰ ঘোকোটকোটা গাঁৱৰ ল'ৰাটিৰ ওপৰতহে চকু পৰিব লাগেনে।

বৰা : তাইৰ গাতনো কি দোষ। ঠাইডোখৰ বেয়া হ'ল বুলি ল'ৰাটো বেয়া হ'ব নোৱাৰে নহয়।

দত্ত : হেঃ কোন সময়ত ঘৰে-ভেটিয়ে উটুৱাই নিয়ে ঠিকনা নাই ... ল'ৰা ভাল হ'লে কি হ'ব.... অ' সি গুৱাহাটীত চেটেল হওঁ বুলি ক'লে চাব পাৰি। কিন্তু ইয়াত নহ'ব, ইয়ালৈ আৰু মই .......

(নেপথ্যত মানুহৰ চিঞৰ-বাখৰ শুনা যায় সকলোৱে সোঁ মঞ্চৰ ফালে চায়। নেপথ্যত ভলৌৰ চিঞৰ। দুজনমানে ভলৌক ঠেলি-হেঁচিলৈ আহে)

ভলৌ : হু, চাই ল'ম মই সবকে চাই ল'ম... চাল্লা গৰীব হ'ব পাৰো কিন্তু কাৰো দাদাগিৰি সহ্য নকৰো... চাল্লা চাই ল'ম মই .....

(ডেকা এজনে ভলৌক গতা মাৰি ওলাই যায়। মদৰ নিচাত মাতাল ভলৌ পৰি যায়।)

স্থাঃ গ্ৰাহক : হেৰৌ ভলৌ, তই আনক চাব নালাগে.... প্ৰথমে তই নিজকে চা, বুজিছ।

ভলৌ : আপুনি কি ক'লে ককাইদেও ?

(ওচৰ চাপি যায়। বৰা আৰু দত্তই অস্বস্তিবোধ কৰে)।

দত্ত : ছেঃ, এই দিনদুপৰতে পানী খাই....

ভলৌ : একমিনিট, একমিনিট what you say brother.... I mean আপুনি কি ক'লে ? দিন দুপৰতে পানী খাই .... পানীৰ লগত আকৌ দিন-ৰাতি এইবোৰ কিবা আছে নেকি ? দিনত কি পানী নাবাঢ়ে, মথাউৰি নাভাঙে..

হেঃ হেঃ brother পানী, সব ফালে পানী... লাওপানী, সাজপানী, ঘোলা-ঘোলা বানপানী, ৰঙা-ৰঙা চকুপানী, ধেৎ চকুপানী ৰঙা ৰঙা নহয়। sorry, sorry কিন্তু এটা কথা ঠিক, পৃথিৱীৰ তিনি-পঞ্চমাংশই পানী, মই কিবা ভুল কৈছো brother.

বৰা ঃ নাই, নাই, ঠিকেই কৈছা ।

ভলৌ ঃ অ' brother আপুনি ঠিক ধৰিছে... মইটো সব ঠিকেই কওঁ... ইহঁতেহে চাল্লা... বুজিছে Brother, Direct Higher Secondary কতো একবছৰো গিয়াৰ মৰাৰ Record নাই হেঃ । ডিগ্ৰীত Admission লৈছিলো চাল্লা, খেলাই খতম, ঘৰটোৱেই লৈ গ'ল। নহ'লে আজি মোক সি এনেকুৱা Behave কৰিব পাৰে নেকি ? 'ক'ৰ চুক কেইটা নাজানে আৰে, মহাজন হ'ল বুলিয়েই মই তাৰ কথামতে দুটকাত পিঠিত দুমোনীয়া বস্তা উঠাম। চাল্লা ইহঁত মখাই আকৌ হ'ব হ'ব দুটকাতেই হ'ব। চাল্লা, সেই কাৰণে Brother শিক্ষাটো লাগে মানুহক, শিক্ষা নহ'লেই শোষণ। ঐ তগৰ বাই ঘুগুনি এবাতি দে অ' ....

তগৰ ঃ নাই

ভলৌ ঃ নাই ? ঘুগুনি নাই যদি কি মাৰৰ... চাল্লা ইমানদিন দোকান দিলি শিক্ষা নহ'ল। ঘুগুনি নহ'লে তোৰ ইয়াত কোনে চুলাই....

(তগৰৰ ইংগিতত ভলৌ ৰৈ যায়)

হাঁ... অ' সেইটো কথা লুকুৱাব লগা কথা নেকি ? হুঃ আলহী হাঃ হাঃ হেৰৌ, এই শুকান বালিৰ ওপৰত চুলাইৰ ঘাটী নবহি ইয়াত কোনোবাই Beauty Parlour খুলিব নেকি ? হাঁ, সেইটো কি মই ক'ব লাগে নেকি দেখিলেই বুজি পাব লাগে। দোকান কিমান আৰু মানুহ অহা-যোৱা কৰে কিমান... তামোলখন খনে দহটকাত বেচিলেও নহ'ব... মদ বেচিয়েই চলিব লাগিব, মদ খায়ে বাচি থাকিব লাগিব Open Secreat, হাঃ হাঃ ঘুগুনি নাই ঠিক আছে ...চ.

(ভলৌ বাওঁমঞ্চৰে ওলাই যাব খোজে, তেনেতে সোঁ মঞ্চৰে ওঠত চিগাৰেট এটা লৈ তগৰৰ দোকানলৈ গোহাঁই ড্ৰাইভাৰ সোমাই আহে। চিগাৰেটটো জ্বলোৱাৰ পিছতে হঠাৎ ভলৌয়ে গোহাঁইক দেখা পায়)।

ভলৌ ঃ ঐ.... গোহাঁই চাল্লা কুকুৰ, বাহাদুৰি দেখাইছ হাঁ.... ৪০৭ ৰ ড্ৰাইভাৰহে হৈছে, চাল্লা Planeৰ Pilot হৈ গ'লো বুলি ভাবিছ নেকি হাঁ ? হাফ এটা খুৱা...

গোহাঁই ঃ মোৰ গাড়ীৰ টাইম হৈছে ভাই।
(গোহাঁইৰ পৰা ভলৌয়ে চিগাৰেটটো লৈ)

ভলৌ ঃ আৰে ভাই, You are my class friend.
(গোহাঁইৰ লগত ভলৌ ওলাই যায়)

দত্ত ঃ হেৰি, লগত যে গ'ল সেইজন বাৰু এইখন গাড়ীৰে ড্ৰাইভাৰ নেকি ?
(ঘাটত নাও আহি ৰয়। লগে লগে মানুহৰ হৈ-হাল্লা বাঢ়ি আহে। যাত্ৰীবোৰে দৌৰা-দৌৰি কৈ মঞ্চৰ সোঁফালেৰে গাড়ীলৈ যায়। গাড়ী ষ্টাৰ্ট হোৱাৰ শব্দ হয়। হাতত জোতা-চেণ্ডেল তালি-তোপোলা লৈ মানুহবোৰ দৌৰে। অকণইঁতে আনৰ বেগ কঁঢ়িয়াই। দত্ত আৰু বৰা গাড়ীলৈ যায়। স্থানীয় গ্ৰাহকজন ঘাটৰ ফালে খৰ-ধৰকৈ গুচি যায়। তগৰৰ ব্যস্ততাও বাঢ়ে। দুই এজন যাত্ৰীয়ে চিগাৰেট জ্বলাই তামোল খাই গুছি যায়। মঞ্চ শূন্য হৈ পৰে। তগৰে বয়বস্তু সামৰি থাকে। বাওঁমঞ্চৰে কলিমুদ্দিন মিঞাই চিঞঁৰি চিঞঁৰি সোমাই আহে)।

বেপাৰী ঃ ঐ বাছ.... বাছ..... ঐ ৰ'ক ৰ'ক .... ধেৎ..... চাল্লা চুঁৱৰ কা বাচ্চা কে লিয়ে বাছ ভী মিছ্ কিয়া।
[ঘড়ীলৈ চায়। ঘাম মচে। তগৰৰ ওচৰ চাপি গৈ সোধে।]

বেপাৰী ঃ ঐ বেহেন Next গাড়ীটো কেতিয়া পাম ?

তগৰ ঃ আগবেলাৰ গাড়ীটো শেষ হ'ল। আবেলি দুই বজাত।

বেপাৰী ঃ আৰে বাবা দুই বাজাত.... সৰ্বনাশ আজি ফঁচিগ'লো। চাল্লা, চুঁৱৰৰ বাচ্চাই বৰবাদ কৰি দিলে.... এই বেগটো গাড়ীৰ পৰা আনি নাৱত তুলি দিওঁতে লাগে দুটাকা। আৰে লখিমপুৰ to ধেমাজি একবেগ চাউল আনিও দুটকা প্ৰফিট নাপাওঁ আৰু তাক .... ভাল ব্যাপাৰ চলাইছে.... ভনী একটা চাহ..... অ লাল চাহেই হ'ব। চেনিটো থোৰা কম .... ছেঃ (বেগটো মাটিত থৈ বেঞ্চত বহে)। চাল্লা বেঠা মাৰণেকা জৰুৰীত ভী নহি, এক ধাক্কা দেনেছই পাৰতক পহুঁছ জাতা হাঁয় ..... ইছমে ভি দশ ৰুপয়া .... ভাল বেপ্যাৰ চলাইছে....

তগৰ ঃ বাবু চাহ....
(চাহকাপ ল'বৰ বাবে ওচৰ চাপি যায়। মদৰ গোন্ধ পায়। ইফালে সিফালে চাই। চাহৰ গ্লাছটো লয়, মুখৰ ওচৰলৈ নি)।

বেপাৰী ঃ আৰে বাবা ভাল ব্যাপাৰ চলাইছে ! আমি কি ব্যাপাৰী হাঁয় ! ঐ তহঁতে বাৰু বাৰিষা ৰাস্তাটো নিজেই কাটি দিয় নেকি ? ভাল বেপ্যাৰ চলাইছে...

(চাহকাপ থৈ বেগটো তুলি লয়। বাহিৰত অটো এখন ষ্টাৰ্ট হোৱাৰ শব্দ)

তগৰ ঃ বাবু - চাহ ....

বেপাৰী ঃ চাহ ? ঐ একটা গ্লাছতে ভাল ব্যাপাৰ চলাইছে .... Auto..... Auto....

বেপাৰী ঃ ধেমাজি... টাউন.... কি পঞ্চাশ টকা ? আৰে বাবা ভাল ব্যাপাৰ চলাইছ.. ৰহ... ৰুক.... ৰুক....

(বেপাৰী ওলাই যায়। তগৰৰ reaction. কাষৰ দোকানত বাজি থকা টেপ এটাৰ পৰা হিন্দী গীত এটা ভাঁহি আহে । বম্বে সে আয়া মেৰে দোস্ত.....)

সোণপাহী ঃ (চিঞৰি-চিঞৰি সোমাই আহে) তগৰ, ঐ তগৰ... ঐ দিবাকৰৰ ঘৈণিয়েক... ঐ মৰতী (তগৰৰ reaction) অথনিৰে পৰা টেটুফাঁলি মাৰিছা... সৰগৰ পৰা মানুহৰ দৰে থৰ লাগি আছ যে তয়ো এটুপি ধৰিলি নেকি ?

তগৰ ঃ (হাঁহিবলৈ চেষ্টা কৰি) কি যে কৰ বাইটি..... এই ৰচকী কিজনীয়ে জানো সেইখন বজাই থকা নাই....

সোণপাহী ঃ সেই পাখৰী কিজনীৰ কথা নকবি আৰু । গাওঁখনৰে বদনাম আনিছে। ডাওৰজনীয়ে সেই লখিমী বাছৰ কণ্ডাক্টৰটোক এৰিলে। এতিয়া সেই গোহাঁই চুকৰ অটোৱালাটোক ধৰিছে। সৰুজনী সেই বঙালী ফেৰীৱালাটোৰ লগত কি নাচাবি সিহঁতৰ লীলা-খেলা.. মাকজনীয়ে সেই বেমাৰ ভাওজুৰি সপ্তাহত চাৰিদিন ঘৰতে ঢেলপুঙা দি পৰি থাকিব.... হুঃ চৰমৰ ভাগ নোপোৱা জাত। দুখীয়া হ'ল বুলি মানুহ... অধৰ্মী হ'ব নাপায়। অ' তই মোৰ দোকানখনলৈ চকু দিবিচোন। মই সাউৎকৰে ঘৰৰ পৰা আহোঁগৈ।

তগৰ ঃ কি হ'ল ? বস্তু শেষেই হ'ল নেকি ?

সোণপাহী ঃ ওকতা কলহৰ মুখতে আছে। পেটটোহে কিবা ভোত ভোত, ভাত-ভাতখন কৰি আছে গাটো তিয়াই আহোঁগৈ।

তগৰ ঃ অ' যা, এই দুপৰীয়াখননো ক'ৰ নৰ মণীষ খন আহিব....

( সোণপাহী খৰজোৰে ওলাই যায়। অকণে খুচুৰা পইচা হিচাপ কৰি কৰি সোমাই আহে।)

অকণ ঃ মা এইকেইটা থ'

(পইচাটো দি পানী এগিলাচ লয়)

তগৰ ঃ আঠ টকা আঠ অনা, দহ টকাই হৈছিল। এই পেটুৱা বেপাৰী এটাই মাত্ৰ আঠ অনা দিছে... পেট ফুটুৱাই দিলোহেঁতেন আজি....

তগৰ ঃ ছিঃ তেনেকৈ ক'ব নাপায় নহয়, ডাঙৰ মানুহৰ লগত একো নালাগিবি....

অৰুণ ঃ এহ– ইমান গধুৰ বেগটো... মাত্ৰ আঠ অনা দিলে হ'ব নেকি ? মানুহ নথকা হ'লে বেগ পানীতে পেলাই দিলোহেঁতেন।
(অৰুণ ওলাই যায়)

তগৰ ঃ ঐ অৰুণ আকৌ যাব নালাগে আহ .... বেলিটো কমিলে যাবি...

অৰুণ ঃ নাৱত বস্তা উঠাই আছে......

তগৰ ঃ তই বস্তা নাদাঙিবি দেই মইনা দুখ পাবি ....
(অৰুণে মুখেৰে মটৰ চাইকেলৰ শব্দ কৰি ভো-ভোৱাই ওলাই যায়। পোহৰ তগৰৰ ওপৰত কেন্দ্ৰীভূত হয়।)

## Flash Back start

### দৃশ্য-২

(তগৰৰ ঘৰৰ চোতাল । দিবাকৰে বহা ঢাৰী এখনৰ কাষতে বগাধৰ মিলি মুঢ়া এটাত বহিছে। বগাধৰৰ মুঢ়াৰ কাষত প্লাষ্টিকৰ লেতেৰা বেগ এটা)

গমেধৰ : ধন নহ'লেনো কৰিবি কিটো । হস্পিতেলত পানীয়ে খোৱা ঔষধ একণো পাবলৈ নাই।

দিবাকৰ : চাউল মুঠিৰ চিন্তাতে মৰিছো। ক'ৰ পৰা আৰু ঔষধ কিনি খাবা..... ?

গমেধৰ : পিছে কিবা এটাতো কৰিব লাগিব। এই নৰীয়া দেহাৰে তুমিটো আগৰ দৰে, ঘাটত বস্তা টানিব নোৱাৰা....

দিবাকৰ : কৰিবলৈ আৰু কিটো আছে। দেহা থাকিলেহে যাবা। থিয় হ'বই নোৱাৰো। মূৰটো আচন্দাই কৰে। হাড়ৰ গাঠিয়ে গাঠিয়ে বিষ। ল' প্ৰেচাৰ । ডাক্তৰে ক'লে মাছ, মাংস, কণী-আপেল আদি খাব....

(ভিতৰত ভাতৰ চৰু মাটিত পৰাৰ শব্দ। তগৰে গালি পাৰি পাৰি অকণক খেদি আনে)

তগৰ : ঐ মৰিবলে ধৰা, গাত শনি চৰিছে.... ভোকত থাকিব নোৱাৰ' যদি মোৰ মূৰটোকে খা, জহনীত যোৱা, যমে নেওচা দিয়া (ধৰি মাৰে), তয়ো সেই মৰতীজনীৰ নিচিনাকৈয়ে পানীত পৰি নমৰিলি কেলেই হাঁ? কি খাবলৈ জীয়াই আছ ? ৰাজভোগ লাগে তাক, ৰাজভোগ....

গমেধৰ : ছেঃ ৰবাচোন ৰবা... সেই সৰু ল'ৰাটোক এনেকৈ... সৰু ল'ৰা ভোক লাগিলে খাব বিচাৰিবই .....

তগৰ : সৰু হ'লেও অলপটো বুজিব লাগে। নৰীয়াত পৰি থকা মানুহটোৰ মুখত কি দিওঁ কি নিদিও কৰি মই মানুহজনীয়ে থপথপাই ফুৰিছো আৰু ই.....

দিবাকৰ : মোৰ বাবে ভাবিব নালাগে, তাকে কিবা এটা দিয়া ....

তগৰ : অ' হয়তো ঘৰখনত খোৱা বস্তুৰে উভৈনদী হৈ আছে আৰু মই ল'ৰাটোক লঘোণে ৰাখিছো। ধোৱাচাঙৰ চালনীখনতে দকৰা আঠিয়াকল দুটামান আছে। মই বোলো তাৰে এটা এতিয়া খা। আবিলিলৈ কৰ'বাৰ পৰা চাউল এমুঠি আনি ভাত কেইটামান ৰান্ধিম, মাক-বাপেকৰ মুৰ খাবলৈ জীয়াই থকাটোৰ আকৌ সেইবোৰ মুখলৈকে নাযায়.....

অৰুণ : (কান্দি কান্দি) উঃ কালি ৰাতিও কল খায়ে আছো, এতিয়া আকৌ....

দিবাকৰ : বৰমাৰ-ঘৰলৈকে যাচোন সোণটো কিবা এটা ......

তগৰ : হ'ব হ'ব, তাত গৈ আপদ চাপিবগৈ নালাগে। ঘাটত কলহ বেচি কোনোমতে মানুহজনীয়ে ঘৰখন চলাইছে। নিজৰ হ'ল বুলি সদায় একেঘৰ মানুহকে...... (অৰুণ ওলাই যায়। তগৰে পিৰালিত বহে)।

গমেধৰ : এৰা কিনো কৰিবা। দিন সদায় একে নাযায়। বিপদ আহিছে যেতিয়া ধৈৰ্য ধৰিব লাগিব।

তগৰ : ধৈৰ্য ! আৰু কিমান ধৈৰ্য ধৰিম। গাভৰু হ'বলৈ ওলোৱা ছোৱালীজনী সেই পানীত পৰিয়েই আওমৰণে মৰিল। শটোও চুবলৈ নাপালো। এতিয়া ইয়ো খাবলৈ নাপায় কেনেকৈ শুকাই-খীনাই জেং খৰি যেন হৈছে। মই মাকজনী হৈ কেনেকৈ তাক.... । মই অকলশৰীয়া মানুহজনীয়ে এতিয়া এই নৰীয়াত পৰা মানুহজনক লৈ কলৈ যাও কিয়েইবা কৰো....

গমেধৰ : মোৰ অবস্থাতো জানই । মতা মানুহটো হৈয়ো ভাতকেইটাকে যোগাৰ কৰিব নোৱাৰা হৈছো। নদীতো মাছ মাৰিব নোৱাৰো, বিলতো নামিব নোৱাৰো, সব মহলদাৰে ডাকত ল'লে। গাঁৱৰ পুখুৰিকেইটাতনো আৰু সদায় ক'ৰপৰা মাছ ওলাই থাকিব। আৰু মাছ পালোৱেই যেনিবা কিনিব কোনে ? এইটো অঞ্চলত মাছ কিনি খাব পৰা আছেইবা কেইটা? মাষ্টৰকেইটাতো দৰ্মহা নাপায়ে। একেবাৰে নি সদৰত বেচিব লাগে। ঘৰে ঘৰে সোমাই সদৰ পাওঁমানে মাছ আধা সিজেই .... পাবা কেইটকা ....।

দিবাকৰ : হেৰা মিতা, তোমাৰ বাৰু মনত পৰেনে ? আমাৰ আয়ে ৰন্ধা কাবৈমাছ, ঔটেঙাৰ জোল, কাহীৰ কাষত পুৰা গৰৈ মাছৰ পিটিকা। ওখোৱা চাউলৰ গৰম গৰম ভাত।

গমেধৰ : কি যে মনত পেলালা মিতা, তোমালোকৰ খুড়ীটিৰ হাতৰ জুতি যি

এবাৰ পাইছে সি বাৰু মৰি গ'লেও পাহৰিব পাৰিবনে। আ... হা কি যে দিন আছিল সেইবোৰ ... খুড়ীটিৰ হাতৰ জুতি যিমান মিঠা আছিল অন্তৰখনো সিমানেই চাফা। নহ'লেনো মোৰ দৰে মিৰি এটাক বৰঘৰত বৰপীৰা পাৰি হাঃ হাঃ । পানী আহি এই জ্বলা কলাখন নকৰা হ'লে খুড়ীটিয়ে এতিয়াও আমাক খুৱায়ে থাকিলেহেঁতেন। (তগৰক) তুমিতো খুড়ীটিৰ হাতৰ জুতি ভালদৰে নাপালাই। তেতিয়া মানে আমি ডেকা হৈ থাকোতে প'লত ডাঙৰ মাছ এটা পৰিলেই হ'ল Direct তাৰৈৰ ঘৰত কাৰৈ মাছৰ ভাজি।

দিবাকৰ : কোনে কিমান খাব পাৰে তাৰে লগাম বাজী হাঃ হাঃ

(হাঁহি থাকোতে দিবাকৰৰ কাঁহ উঠে । গমেধৰে পিঠিখনত পিহি দিয়ে। তগৰ ভিতৰলৈ সোমাই যায়)।

দিবাকৰ : মিতা ঐ মিতা ... নাড়ীৰ গুৰিটো যেন আই কাচিয়ে ৰেপাদি .... ও...... ভগৱান ..... ।

(তগৰে পানী এগিলাছ আনি খুৱাই দিয়ে। সুস্থিৰ হয়। গ্লাছটো লৈ তগৰ সোমাই যায়।)

দিবাকৰ : মিতা, তুমি বাৰু কি কি মাছ আনিছা ?

গমেধৰ : মাছ মানে বৰালী ছিটিকা এটা আৰু কাৰৈ দুজনীমান ।

দিবাকৰ : কাৰৈ কেইজনী জীয়াই আছে নহয়!

গমেধৰ : অ' পুৱাহে ধৰিছো জীয়াই আছে।

দিবাকৰ : মিতা, কাৰৈমাছকে দুজনীমান ....

(তগৰ সোমাই আহি দুৱাৰ মুখত থমকি ৰয়)।

গমেধৰ : কি মাছ খাবা ? হোঃ ৰাখা ৰাখা দুজনীমান ... (বেগত হাত দিয়ে)

তগৰ : আপুনি এইবিলাক কি কৈছে বেচিবলৈ অনা মাছকেইটা !

দিবাকৰ : নহয় অ' সিদিনা যে ডাক্তৰে কৈছিল মাছ-মাংস, ৰুগী মানে পুষ্টিকৰ আহাৰ খাব লাগে।

গমেধৰ : হ'ব হ'ব দুটামান দি থৈ যাওঁ....

তগৰ : নালাগে । ডাক্তৰে মাছ-মাংসবোৰ পানীত তিয়াই খাবলৈ কোৱা নাই নহয়। (গমেধৰক) যদি অসুবিধা নহয় ঘুৰি আহোঁতে চাউলকে এমুঠি....

গমেধৰ : অ' হ'ব হ'ব মিতা, মই আহোঁ যিমান পাৰো সোনকালে ঘুৰি আহিম, অ' যাওঁ (ওলাই যায় । তগৰে দুৱাৰদলিৰ ওচৰতে বহি উচুপি উঠে। দিবাকৰৰ reaction.)

## দৃশ্য-৩

(তগৰৰ ঘৰৰ চোতাল। পিৰালীত মূঢ়া এটা । তগৰে বাটৰ ফালে চাই থাকে। সময় পুৱা। তগৰৰ মুখত অনাহাৰ-অনিদ্ৰাৰ চিন স্পষ্ট। ভিতৰলৈ সোমাই যায়। হাতত কাপোৰ এখন লৈ সোমাই আহে। লিৰিকি-বিদাৰী কাপোৰখন চাই উচুপি উঠে। কাপোৰখন মূঢ়াটোৰ ওপৰতে থৈ ভিতৰলৈ সোমাব খোজে। নেপথ্যত সোণপাহীৰ মাত )।

সোণপাহী : কি হ'ল তগৰ, বোলো কিনো হ'ল হয় ? (মঞ্চত) মইনাৰ গাটো বেছিকৈ বেয়া কৰিছে নেকি ? মইনা ক'ত আছে ?

তগৰ : পিছফালৰ চোতালতে অকণমান ৰ'দ লৈছে ।

সোণপাহী : অ' বেমাৰ হ'ব বুলি ডেকা মানুহটো দিনে ৰাতিয়ে বিছনাতেনো আৰু কিমান পৰি থাকিব। গাত ৰ'দ বতাহ অকণমানো লাগক। অকণে ক'লে, মায়ে তোক এতিয়াই মাতিছে। সিফালে আকৌ ঘাটলৈ যাবলৈও বেলি হৈছে। তাৰে কিবা এটা হৈছে বুলি উধাতু খাই আহিলো। পিছে ক'চোন কিনো হ'ল ?

তগৰ : হ'বলৈনো আৰু কি বাকী আছে? কেতিয়া চৰু কেৰাহী বাজলে উলিয়াব লাগে তালৈহে বাট চাই আছো ......

সোণপাহী : হেৰৌ মৰতী, তোৰো যে মুখখন আৰু .... এনেকুৱা অমঙ্গলীয়া কথানো মুখত ওলাব লাগেনে । ইছ ইছ বাসুদেউ, বাসুদেউ .... হেৰৌ বেমাৰ নহয়নো কাৰ । আজি হৈছে কাইলৈ ভাল হ'ব.....

তগৰ : ভাল হ'ব ! কেনেকৈ ভাল হ'ব ? দৰৱ পাতিৰ কথা নকওঁ, পেটত ভাত

কেইটামানটো পৰিব লাগিব। ময়ে থিৰেৰে থাকিব পৰা নাই । সেই বেমাৰী মানুহটো গোটেই ৰাতিটো ইছাটি-বিছাটি কৰি আছে....

সোণপাহী ঃ অকণমান আগেয়ে অকণক পঠাব নোৱাৰিলে মোৰ ভাগৰে ছেঃ তইতো জান' মই বেলি ওলাওঁতেই চৰু পাতো। এতিয়া ঘৰত খুদকণ এটাও নাই..... তই মৰতীয়ে কথাবোৰ ....

তগৰ ঃ হ'ল বুলিও আপোনাকে সদায়নো কেনেকৈ আমনি দিওঁ ....

সোণপাহী ঃ হেঃ আমনি ! তইঁতৰ বিপদত সহায় এটা কৰাটো মই কিবা আমনি বুলি ভাবিমনে ? মই মানুহজনীয়ে এগৰাহ নোখোৱাকৈয়ে থাকিলেও একো নহয়। কিন্তু সি বেচেৰাই বেমাৰী দেহাৰে ইছ্ ইছ্ ..... হেৰৌ একেজনী মাকৰ নহ'লেও দেৱৰ বুলিবলৈ সিয়েই। মোক জানো সি কম সহায় কৰি থৈছে। এতিয়া তাৰ মুখত ভাত এটেপা দিবলৈও ....

বাসুদেৱ... বাসুদেৱ .... (তগৰে কাপোৰখন লৈ সোণপাহীলৈ আগবঢ়াই দিয়ে)।

সোণপাহী ঃ এইখন কি ?

তগৰ ঃ ঘৰত সম্পত্তি বুলিবলৈ এই এড়ি চেলেংখনেই আছে। আপুনি ঘাটলৈ যাওঁতে হৰেণ মাষ্টৰ নহ'লে জীৱন মহৰীৰ ঘৰতে যদি দি দিয়ে তাৰে চাউলকেইটামান কিনি পোণাৰ হাতত দি পঠাব। মইনো এই মানুহটোক অকলে এৰি কেনেকৈ ওলাই যাওঁ ।

সোণপাহী ঃ ঘৰৰ লোটা-ঘটি, নাকৰ-কাণৰ সকলোখিনি শেষ কৰিলি... এতিয়া গাৰ কাপোৰখনো ? হেৰৌ আৰু কেইদিন ... আৰু কেইদিন এনেকৈ চলিবি ? সি ভাল হ'ব আকৌ নাও চলাব, ঠেলা টানিব। হেৰৌ মৰতী, আগত যে হাড়কঁপোৱা পুহমাহটো আহি আছে খবৰ ৰাখিছনেনাই। তেতিয়া পৈয়েৰৰ গাত কি জাপি দিবি? কোনে আহি তোক লেপ-তুলি চিলাই দিবহি? একেখন কেথাৰে.... কালিলৈ তই কি বেচিবি?

তগৰ ঃ বাইদেই..... নহ'লে মই এতিয়া কি কৰো কওক, আপুনিয়েই কওক? মানুহটোৱে ওৰেটো নিশা খাটিয়াতে ছটফটাই আছে, ল'ৰাটোৱে ভয়তে ঘৰৰ ভিতৰত নোসোমোৱা হ'ল মই অকলশৰীয়া মানুহজনীয়ে এতিয়া কি কৰো কওঁক .... কাৰ ওচৰলৈ যাওঁ ....। মোক এতিয়া কেইটামান চাউল লাগে। পুহৰ কথা পুহত হ'ব .....

সোণপাহী ঃ সেইখন মই নিনিওঁ ....

তগৰ ঃ বাইদেউ আপুনি ও .....

সোণপাহী ঃ অকণক লগতে লৈ যাওঁ, আৰু অকণমান সময়ৰ... মোৰ বহিনিটো হ'লই অকণৰ হাততে চাউল এমুঠি কিনি দি পঠাম ।

তগৰ ঃ (Reaction)

সোণপাহী ঃ ..... ঘাটলৈ । মই বুঢ়ী মানুহজনীয়ে অকলে দুখন ঘৰ চলাব নোৱাৰো। মোৰ চালিৰ কাষতে চালি এখন দি লবি । '

তগৰ ঃ কিন্তু বাইদেউ, মইতো সেইবোৰ কাম.... দেউতাকে বা কি কয় । হেজাৰ হওক .... সেইবোৰ কাম মই কৰিব নোৱাৰো।

সোণপাহী ঃ কিয় নোৱাৰিবি, কিয় নোৱাৰিবি? হুঃ বেয়া কাম, অধৰ্মী.... থুঃকতা। পেটৰ ভোকতকৈ আৰু সঁচা কিবা আছে? আপোন ঘাটি হোৱাতো যদি পাপ.... তেনেহ'লে কেৱল জীৱটোক জীয়াই ৰাখিবলৈ কৰা কামটোও আকৌ কেনেকৈ পাপ কাম হ'ল। বেয়াকাম .... ব্যাভিচাৰ..... মাছ-মঙহে উগাৰি খাই কোৱা এইবোৰ কথা মোৰ আগত নক'বি। লাহ-বিলাহ কৰিবলৈ, টকাৰ খঁকত মই মাকৰ পিয়াইঁত মুখদি থকা ল'ৰাক টানি আনি ডিঙিত মদ বাকি দিয়া নাই নহয়। শুন ! মনটো বান্ধ। গাওঁখনৰ সকলোৱে কৰিব পৰা কামটো তই কিয় কৰিব নোৱাৰিবি। প্ৰথমতে মই বনোৱা বস্তুকে বেচিবি ..... মইনো কৰবাত ট্ৰেইনিং লৈ আহিছিলো নে বাপুকণৰ বাপেকে মোক কোনোবা চুলাই ঘাতীৰ পৰা পলুৱাই আনিছিল? এতিয়া দেখোন মোৰ দোকানতহে মানুহৰ ভিৰ বেছি... ভগৱান আছে বুজিছ.... ? মনটো ডাঠ কৰ। নেদেখাজনে কিবা এটা পথ দিব....

(তগৰে উচুপি উঠে) । আই অ' কান্দিলেনো কি হ'ব? কণাগোঁসায়ে আমাক দোষ দিয়েই ৰং পাইছে যেতিয়া কান্দিবলৈ কিটো আছে? নিজৰ দোষততো আজি এনে অৱস্থা হোৱা নাই। এইখন নৈতে সাঁতুৰি-নাদুৰি ডাঙৰ হ'লো..... নৈখনকে সাৱটি জীয়াই আছিলো ...... এতিয়া নৈখনেই বলীয়া হ'ল। আমিনো কোন কুটা ......

## দৃশ্য-৪

(তগৰৰ ঘৰ। ৰাতি দিৱাকৰ বিচনাত কেঁকাই থাকে। কাষতে মাটিৰ বিচনাত অকণ শুই থাকে। দিবাকৰৰ বিচনাৰ কাষতে গছা এটাত চাকি এটা জ্বলি থাকে। তগৰে হাতত পানী এঘটি লৈ সোমাই আহে। বিচনাৰ কাষতে থয়। দিবাকৰৰ গাৰ কাপোৰখন ঠিক কৰি দিয়ে। চাকিৰ পোহৰত অকণক চাই চাকিটো থৈ অকণৰ কাষতে বহে)।

তগৰ : হেৰি ......, শুনিছেনে ...... ? টোপনি গ'ল নেকি ?

দিবাকৰ : হঁা ....... কি ?

তগৰ : আজি বাপুকণৰ মাকে...... কথা এষাৰ ক'লে ।

দিবাকৰ : কি ?

তগৰ : মোকো লগ ধৰিছে .....

দিবাকৰ : ক'লৈ .......

তগৰ : ঘাটলৈ ....... (দিবাকৰৰ Reaction) অকলে অকলে বোলে বৰ কষ্ট পাইছে—

দিবাকৰ : নহ'ব ..... নোৱাৰ যাব মই জীয়াই থকালৈকে তই .....

তগৰ : কিয় নোৱাৰো ..... মই কিয় নোৱাৰিম ? এনেকৈ লঘোণে-ভোকে আৰু কেইদিন জীয়াই থাকিব । মই .......

দিবাকৰ : চুপ ! নোৱাৰ' বুলি কৈছো নোৱাৰ' । চকুকেইটা মেলি থকালৈকে মই তোক মদ বেচিবলৈ যাব দিব নোৱাৰো। মোক বাজলে উলিয়াই তই কলৈ যাব যি ক'ৰ কৰিবিগৈ কিন্তু তাৰ আগেয়ে (কাঁহে) ..... উহঃ ভগবান। ...... ঐ...... মোক কোনোবাই এবটল বিহ আনি দে ঐ ..... মোক এবটল বিহ আনি দে ..... ।

(কাঁহি থাকে। তগৰে উঠি গৈ পানী এগিলাচ দিবাকৰলৈ আগবঢ়াই দিয়ে। দিবাকৰে হাতখন আঁতৰাই দিয়ে। গ্লাচটো হাতৰ পৰা পৰি যায়। দিবাকৰে কাঁহি কাঁহি বিচনাত পৰে । দূৰৈত কুকুৰে ভুকে । তগৰ খাটিয়াত আঁউজি মজিয়াতে বহি পৰে। দিবাকৰৰ কাঁহৰ শব্দ, গালি আৰু কুকুৰৰ মাত হৈ m·x যায়। পোহৰ কমি আহে) ।

## দৃশ্য-৫

(তগৰৰ ঘৰ, দিনত দিবাকৰ বিচনাত পৰি থাকে। তগৰে ওলাই আহি পদূলিলৈ বেঙা মেলি চাই ভিতৰলৈ সোমাই যায়)

দিবাকৰ : আজি পুৱাৰে পৰা অকণক দেখোন দেখাই নাই ?

তগৰ : এই বয়সৰ ল'ৰাৰ ভোক লাগিলেহে ঘৰলৈ মনত পৰে। তাৰণো ঘৰলৈ কিয় মনত পৰিব ?

দিবাকৰ : মিতাও দেখোন আজি বহুদিন ভুমুকিয়েই মৰা নাই, কোনোবা এটা কাষত থাকিলে কথা এষাৰকে পাতিবলৈ পালেও .....

(নেপথ্যত অকণৰ চিঞৰ.... মা, ঐ মা । তগৰ ওলাই আহে। অকণ সোমাই আহে। হাতত কেৰিবেগত চাউল কেইটামান )

তগৰ : অকণ ...... তই এয়া ক'ত পালি ? বৰমাৰৰ পৰা আকৌ চাউল আনিছ? তোক কোনে চাউল আনিবলৈ কৈছিলে ? সদায় সদায় মানুহজনীক ....

অকণ : বৰমাৰ পৰা অনা নাই নহয় । নিজে কিনি আনিছো .....

অকণ : ঘাটত বেগ কঢ়িয়াইছিলো ......

তগৰ : বেগ কঢ়িয়াইছিলি তই, এইটো দেহাৰে ? যা, এইখিনি নি তোৰ বাপেৰক দেগৈ .... মোক নালাগে ..... তই বেগ কঢ়িয়াই অনা চাউলৰ ভাত মোৰ পেটলৈ নাযায় অ' পোনা । যা বাপেৰক দেগৈ ।

(ভিতৰলৈ সোমাই যায়। একো বুজি নাপাই অকণো পিছে পিছে সোমাই যায়) ।

দিবাকৰ : অকণ, অ' বোপাই আহচোন, মোৰ ওচৰলৈ আহ্। তই মোলৈ চাউল কিনি আনিছ? ঘাটত বেগ কঢ়িয়াইছ... সেইটোহেন বেগ তই কেনেকৈ

দাঙিছিলি অ' বোপাই .... তই মোক খুৱাব পৰা হ'লি, ইমান ডাঙৰ ডাঙৰ বেগবোৰ ।

অৰুণ ঃ ডাঙৰ বেগনো মই ক'ত পাওঁ । পনীয়া, কণপাইহঁতে প্ৰথমতেই গৈ কাঢ়িয়েই লয়। মই সৰুবোৰহে ভাগত পাওঁ । সিহঁতে এবাৰতে চাৰি টকা পাঁচ টকাকৈ পায়। অ' পিতাই, আজি বৰ ভাল মানুহ এটা আহিছিল অ' পিতাই ।ইমান শকত, জোতা পিন্ধি আহিছিল। নাৱত উঠাৰ আগতেতো এতিয়া জোতা খুলিব লাগে। মানুহজনেতো হাউলিবই নোৱাৰে আৰু বহিবলৈও একো নাই। গোটেইখন থেপ-থেপীয়া বোকা। মই জোতাযোৰ খুলি দি নাৱত বহাৰ পিছত পিন্ধাই দিলো.... পাঁচ টকা দি থৈ গ'ল পিতাই পাঁচ টকা.... হাঃ হাঃ .... ঐ মা, ভাত বনা আক'

## দৃশ্য-৬

(১নং দৃশ্যৰ দৰেই তগৰৰ গাত পোহৰ পৰে। গাড়ী-মটৰ মানুহৰ মাত, টেপত বাজি থকা গান... মানুহ দুই এজন অহা-যোৱা কৰে। পোহৰ ক্ৰমশঃ সম্পূৰ্ণ মঞ্চত পৰে। মাষ্টৰ সোমাই আহে। হাতত বাতৰি কাকত এখন)।

মাষ্টৰ : তগৰ, অ' তগৰ .....

তগৰ : (চক খাই উঠে) হয় অ', মাষ্টৰ ককাইদেউ বহক ....

মাষ্টৰ : কি হ'ল ? চক খাই উঠিলি যে, দিনতে কিবা সপোন দেখি আছিলি নেকি ?

তগৰ : সপোন ...... আমিনো আৰু কি সপোন দেখিম ! জীয়াই থকাটোৱে টান হৈছে ।

মাষ্টৰ : সপোণ নাথাকিলে মানুহ জীয়াই থাকিব নোৱাৰে..... সপোনবোৰেহে আমাক মানুহ কৰি ৰাখিছে নহ'লেতো আমি মেচিন হৈ গ'লোহঁতেন হেঃ হেঃ। (মাষ্টৰ বেঞ্চত বহি পৰে)

তগৰ : আমি জানো এতিয়া মানুহ হৈ আছো ? এইটো জীৱনতকৈ গৰু-ছাগলীৰ জীৱনেই বহুত ভাল ....

মাষ্টৰ : হওঁতে কথাষাৰ মিছা নহয়। মোৰ আকৌ আমাৰ এম.এল.এ.ৰ গুৱাহাটীৰ ঘৰত পোহা কুকুৰটোলৈ হিংসাই লাগে...... যিহে আদৰ-কায়দাত সিহঁতক ৰাখে, মাংস নহ'লে বোলে ভাতত মুখেই নিদিয়ে....

তগৰ : ককাইদেউৰ যে কথা ! চৰকাৰী চাকৰি এটা থাকোতে কুকুৰলৈও হিংসা কৰে....

মাষ্টৰ : হুঃ, চৰকাৰী চাকৰি ৰ তাকো মাষ্টৰ। দৰমহা পাওঁ কেইমানহৰ মূৰত !

ককাই-ভাইৰ পৰিয়ালকে ধৰি ঘৰতে এগোহালি মানুহ। ওচৰ-চুবুৰীয়াৰ কথাটো আছেই ....। মাষ্টৰ মানুহ টকা আছে..... বিপদে-আপদে তয়ে সহায় নকৰিলে কোনে কৰিব.... মইহে জানো টেটুঁলৈকে কিমান ধাৰ লৈ জীয়াই আছো.... (কথাখিনি কৈ থাকোতেই পকেটৰ পৰা এখন তামোল উলিয়াই লৈ মুখত ভৰাব লয়)

তগৰ : তামোল উলিয়ালে যে চাহ একাপ নাখায় নেকি ?

মাষ্টৰ : এ, স্কুলৰ পৰা ওলায়ে তিলেশ্বৰৰ ঘৰত সোমালো তাতে চাহ একাপ খালো।

তগৰ : ডাঙৰটো পুতেকে বোলে ভাল ৰিজাল্ট কৰিছে ?

মাষ্টৰ : অ' সেয়ে মাত এষাৰ লগাওঁ বুলি সোমালো. তিলেশ্বৰৰ কষ্ট সাৰ্থক হৈছে দে। ইমান কষ্টেৰে ল'ৰাটোক হোষ্টেলত থৈ পঢ়ালে। সিয়ো তাত লোকৰ ল'ৰা-ছোৱালীক টিউচন কৰি নিজেও ফাৰ্ষ্টক্লাচ লৈ এম.এ. পাছ কৰিলে।

তগৰ : তিলেশ্বৰ দাইটিক দিনে-ৰাতিয়ে নাওখনৰ ওপৰতে দেখো। এই বয়সতো যে ইমান কষ্ট কৰিব পাৰে।

মাষ্টৰ : সেয়ে তাৰ ফলো পাইছে। (লগত অনা পেপাৰখনত চকু দিয়ে)

তগৰ : ককাইদেউ, আমাৰ বাৰু অকণকো আকৌ স্কুলত নাম লগাই দিব পাৰিম নেকি ?

মাষ্টৰ : পাৰিবিটো আকৌ, মাজতে তাৰ এবছৰহে ক্ষতি হৈছে। আকৌ তৃতীয় শ্ৰেণীতে নামটো লগাই দিব পাৰিম।

তগৰ : বাপেকক আপুনিয়েই কথাষাৰ ক'বচোন। মই ক'লে আকৌ কিবা কয় ?

তগৰ : সি আকৌ কি ক'ব ? ল'ৰা-ছোৱালীক ভাতমুঠি দিয়াৰ পিছতেই মাক-বাপেকৰ দায়িত্ব হ'ল উপযুক্ত শিক্ষা দিয়া। মাজতে যি হ'ল হ'ল। এতিয়া তয়ো কমনি কৰিছ। সিয়ো কাম কৰিব পৰা হ'ল, গতিকে তাক আকৌ স্কুললৈ পঠা। মই বাৰু তাৰ কাৰণে কাইলৈ স্কুলৰ পৰা কেইখনমান কিতাপ লৈ আহিম, এইকেইদিন সি ঘৰতে পঢ়ক। এই বছেৰেকীয়া পৰীক্ষাটো গ'লেই নতুন বৰ্ষত তাৰ নামটো লগাই দিম। মানুহৰ দিনটো সদায় একেদৰে নাযায়.... অ', এটা কথা গম পাইছনে নাই ?

তগৰ : কি বা ?

মাষ্টৰ ঃ আমাৰ এই ৰাস্তাটো আকৌ নতুনকৈ বনাব। Border Road Trust ক কামটো দিছে, গতিকে এইবাৰ আগতে বনোৱাৰ দৰে ঠেক ঠেক এজাক বৰষুণে উটুৱাই নিয়া ৰাস্তা নবনায় central ৰ টকা কাম ভাল হ'বই.... তেতিয়া আৰু যাতায়তৰ কাৰণে যন্ত্ৰণা ভুগিব নালাগে....

তগৰ ঃ কথাটো শুনিছো । সিদিনা মানুহ কেইজনমানে কিবা জোখ-মাখ কৰি যোৱাও দেখিছিলো....

মাষ্টৰ ঃ অঁ, কাম এইমাহৰ পৰা আৰম্ভ হ'বই (পেপাৰ চায়)।

তগৰ ঃ পিছে ককাইদেউ, ৰাস্তাটোহে হ'ব, কিন্তু বানপানীতো থাকিবই......
তেতিয়া আমাৰ অৱস্থাটো বেছি বেয়াহে হ'ব.......
(মঞ্চলৈ সোমাই অহা দিবাকৰক দেখি তগৰ ৰৈ যায়। মাষ্টৰক বহি থকা দেখি দিবাকৰো ঠাইতে থমকি ৰয়)

মাষ্টৰ ঃ অ' দিবাকৰ, আহা বহা ......
(দিবাকৰ নবহে। পানী এগিলাছ লৈ খাই ওলাই যাব খোজে)

তগৰ ঃ চাহ একাপকে খাই যাওক ।
(দিবাকৰ খঙেৰে তগৰলৈ চাই গুচি যায়। মাষ্টৰে কিছু আচৰিত হৈ চাই থাকে। গাড়ী এখন আহি ৰোৱাৰ শব্দ হয়। মানুহৰ অহা-যোৱা বাঢ়ে। নৱ-দম্পত্তি এহাল টালি-টোপোলা লৈ সোমাই আহে।)

পত্নী ঃ এইবাৰৰ পৰা আৰু এনেকুৱা ঠাইলৈ আহিবলৈ নাই দেই । ইয়াতনো মানুহ থাকেনে ? ঘৰত কাৰোবাৰ বিয়া-বাৰু, দহা-কাজ হ'লেও মোক কিন্তু লগ নধৰিবা। এতিয়াই কৈ থ'লো।

স্বামী ঃ হেৰা, চিন্তা কৰিব নালাগে, ৰাস্তা হৈ যাব বুজিছা । Central ৰ টকা ..... হুঁ...... গুৱাহাটীত গাড়ীত বহিবা Direct ঘৰৰ পদুলিত নামিবা, হাঃ হাঃ......

পত্নী ঃ হৈছে, হৈছে, খিনে খিনে গাড়ী কিনি থৈছে নহয়......
(যাত্ৰীৰ অহা-যোৱা চলি থাকে । লাহে লাহে পোহৰ কমি আহে। গধুৰ মনেৰে তগৰক মাত নগলোৱাকৈ মাষ্টৰ ওলাই যায়। তগৰ মাষ্টৰ ওলাই যোৱালৈ চাই থাকে। পোহৰ তগৰৰ ওপৰত কেন্দ্ৰীভূত হয়।

## দৃশ্য-৭

**(তগৰৰ ঘৰ। সময় ৰাতি। দিবাকৰ বিচনাত পৰি থাকে। বিচনাৰ কাষতে গছা এটাত চাকি এটা জ্বলি থাকে। অকণে গগণা এটা বজাই নাচি থাকে)।**

দিবাকৰ : ঐ, শুই নাথাক' কিয় ? বিহু লাগিছে ?
(তগৰে হাতত অকণৰ চোলা এটা আৰু বেজী-গুলী লৈ আহি মুঢ়া এটাত বহে)।

তগৰ : তই সেই পেন্ট-চোলাৰ বুটামবোৰ চোবাই থাক' নেকি ? দুদিন নাযায়। (অকণে গগণাটো জোৰেৰে বজাই দিয়ে) ঐ সেই তেন্ তেন্খন থ'। শু। দেউতাৰে শুইছে দেখা নাই ....
(অকণে গগণাটো থৈ বিচনাত পৰে। কিবা এটা মনত পৰি বহে)

অকণ : ঐ মা... মহাশয়ে বাৰু সঁচাকৈয়ে কাইলৈ কিতাপ আনি দিব নেকি ?

তগৰ : ওঁ.... নিজেই কৈছে যেতিয়া কিয় আনি নিদিব। কিতাপকেইখন আনি পিছে সজাই থ'লে নহ'ব ভালকে পঢ়িব লাগিব.....
(অকণ পুনৰ বিচনাত পৰে)

দিবাকৰ : (বাগৰ সলাই) কিহৰ কিতাপ অ' ?

তগৰ : ইয়াক আকৌ স্কুলত নাম লগাই দিওঁ বুলি ভাবিছো । সেইকাৰণে মাষ্টৰ ককাইদেৰে ......

দিবাকৰ : কোনো দৰকাৰ নাই। দুপইচা চুবলৈ পাই তেল ফাটিছে। স্কুল পঢ়ুৱায়... কাইলৈবা আকৌ কি হয় ঠিকনা নাই ....

তগৰ : কাইলৈৰ কথাটো কাইলৈ হ'ব.... কিন্তু এতিয়া পঢ়ুৱাব পৰা হৈছো যেতিয়া....

দিবাকৰ : থ' থ' পঢ়ুৱাব পৰা হৈছে, ছমাহেই পানীৰ তলত থকা স্কুলত পঢ়ি ল'ৰা বৰ মানুহ হ'ব (বাগৰ সলায়)।

তগৰ : স্কুললৈ যোৱা ল'ৰা-ছোৱালীবোক বোলে আজি-কালি চাউলো দিয়ে....

দিবাকৰ : ল'ৰা-ছোৱালীৰ ঘৰলৈ যায় নে চাউল হেডমাষ্টৰৰ ঘৰলৈ যায়। ঢকুৱাখনাৰ কোনোবা স্কুল এখনৰ হেডমাষ্টৰে স্কুলৰ চাউলেৰে মদ বনাই গোটেই মাষ্টৰ-মাষ্টৰণীক ভোজ খুওৱাৰ কথা সিদিনা শুনা নাছিলি ? .... এই মখাই ল'ৰা পঢ়ুৱাই .... মাষ্টৰ হুঁ । বাৰটা বজাত গৈ স্কুল পায়গৈ, আকৌ দুটামান বজাত ঘাটত দেখোৱেই। ৰাস্তাত বহি ফুকলীয়া ল'ৰাৰ লগত মদ খায়.... চাল্লা ল'ৰা পঢ়ুৱায়। মাষ্টৰ... হুঁ ...

(কিছু সময় নিৰৱতা । নিৰ্দেশনা । তগৰে চোলাটো ভিতৰত থয়। অকণ টোপনি যায়। কাপোৰ এখন গাত দি দিয়ে। চাকিটো নুমুৱাই দিবাকৰৰ কাষতে শুব খোজে। দিবাকৰে বাগৰ সলাই আঁতৰি দিয়ে। তগৰ উঠি আহি অকণৰ কাষতে বিচনাত বহে। পোহৰ তগৰৰ ওপৰত কেন্দ্ৰীভূত হৈ ক্ৰমশঃ মঞ্চ আন্ধাৰ হয়।)

## দৃশ্য-৮

**(নৈৰ ঘাট । দুপৰীয়া সময়। দোকানত বহি তামোল কাটি কাটি জোৰেৰে হিন্দী চিনেমাৰ গান গাই থাকে। মানুহৰ অহা-যোৱা চলি থাকে। মহৰী জগত দত্ত আৰু যুৱনেতা প্ৰশান্ত হাঁহি হাঁহি সোমাই আহে)**

প্ৰশান্ত : দত্তদা, আপুনি সেইবোৰৰ বিষয়ে একো চিন্তা কৰিব নালাগে। মই দায়িত্ব লৈছো যেতিয়া ইয়াত কাম কৰোতে আপুনি একো অসুবিধা নাপায়।

দত্ত : Social Worker হিচাপে এইটো area ত তোমাৰ এটা Position আছে বাবেই তোমাক মই দায়িত্ব দিছো... মই হ'লো... Unlocal গতিকে কিছুমান কথাত Problem face কৰিবলগা হয়।

প্ৰশান্ত : এতিয়া আপুনি নিশ্চিন্তে কাম কৰি যাওঁক (অকণক) ঐ... মাৰে ক'ত গ'ল?

অকণ : ৰাম প্ৰসাদৰ দোকানৰ পৰা গুঁৰ আনিবলৈ গৈছে।

প্ৰশান্ত : সেই টুলখন দে। দেখা নাই চাৰ আহিছে। (অকণে নিজে বহা টুলখন উলিয়াই দিয়ে) দত্তদা বহক। (পকেটৰ পৰা কোৱাৰ্টাৰ বটল এটা উলিয়াই) গ্লাচ দুটা দে। আৰু এই তোৰ ইয়াত একোৱেই নাই দেখোন। তাৰ পৰা বাদাম দুপাকেট লৈ আহ যা....
(অকণক পইচা দিয়ে, অকণ যায়)

দত্ত : ইয়াত বহাতকৈ সেই কৰিস্মাৰ তাতে .....

প্ৰশান্ত : হাঃ হাঃ, কৰিস্মাৰ লগত আপোনাৰ দোস্তি হৈয়ে গ'ল নেকি ? হাঃ হাঃ....

দত্ত : কি কৰিবা ? বছেৰেকৰ তিনিশ দিনেই বাট-ঘাটে, হাবিয়ে জঙ্ঘলে কটোৱা মানুহ গতিকে..... হাঃ হাঃ ......

প্ৰশান্ত : ঠিকেই কৈছে... তথাপিও অলপ চাব আৰু... মানে আমাৰ এইবোৰ গাঁৱলীয়া

ঠাই। গতিকে মানুহৰ... নিজৰ কামতকৈ আনৰ কামতহে চকু বেছি...।

দত্ত : সেইবোৰ আৰু তুমি মোক শিকাব লাগেনে ... চিয়েৰচ্ !
(অকণে আহি বাদাম দিয়ে) এতিয়া আচল কথালৈ আহো। মানে কামত লগাবৰ বাবে লোকেল মানুহখিনিক লোৱাৰ কথাটো......

প্ৰান্ত : লোকেল লেবাৰৰ কাৰণে আপুনি চিন্তাই নকৰিব। এইবোৰ মানুহৰ এতিয়া কোনো কাম-ধান্দা নাইতো। এনে এটা ডাঙৰ Project ৰ কাম পালে সব দৌৰি আহিব.... ।

দত্ত : সেইটোতো মই জানো, কিন্তু কিমান কামত আমি কাম আদায় কৰিব পাৰো সেইটোহে আচল কথা। গতিকে প্ৰথমতে ইহঁতক জনাই দিব লাগে যে আমাৰ Companyৰ Permanent মানুহ আছেই । যদি আমাৰ rate মতে কাম কৰে তেতিয়াহে লোকেল মানুহ ল'ব, নহ'লে Company ৰ মানুহ আনিব। যিমান কমত তুমি ৰাজী কৰাব পাৰা তোমাৰ প্ৰফিটো সিমানেই বেছি হ'ব। বুজিলা । এইবোৰ কাম চাবলৈ চাৰতো নাহেই। সকলোখিনি ময়ে কৰিম। গতিকে কোনো কথাতে যাতে হৈ হাল্লা নহয় সেইটোও চাব লাগিব।
(তগৰে হাতত টোপোলা এটা লৈ সোমাই আহে। দত্তই তগৰক দেখি হাতৰ গ্লাচটো নমাই আনে। তগৰে দত্তৰ দৃষ্টিত অপ্ৰস্তুত বোধ কৰি খন্তেক থমকি ৰৈ দোকানলৈ সোমাই আহে)।

প্ৰশান্ত : অ' তগৰ বাই বজাৰ কৰিলাগৈ নেকি ?

তগৰ : অ' এই দোকানৰ বজাৰ দুটামান কৰিলো....

প্ৰশান্ত : তই চাৰক চিনি পাইছনে নাই? দত্ত ছাৰ, ইয়াত যে ৰাস্তা বনাব, চাৰেই বনাব, চাৰৰ খবৰ খাতি তহঁতে ৰাখিবি। তহঁতৰে লাভ হ'ব।

দত্ত : হ'ব.... হ'ব..... অহা আজি দুদিন হৈছেহে লাহে-ধীৰে চিনাকি হৈ যাব। ইয়াতে কাম কৰিম যেতিয়া তোমালোকৰ লগতে মিলিজুলি থাকিব, লাগিব নহয় জানো? অ' প্ৰশান্ত, আমি এতিয়া উঠো, তাত বা ইহঁতকেইটাই কি কৰিছে.... ?

প্ৰশান্ত : অঁ, ব'লক.... (দুয়ো উঠে)

দত্ত : পিছত লগ পাম। (তগৰৰ কাষ চাপি আহে) তোমাৰ নামটো কি আছিল?

তগৰ : তগৰ !

দত্ত : ত-গ-ৰ .... এইটো তোমাৰ ল'ৰা?

তগৰ : হয়।

দত্ত : ভাইটি, এইটো লোৱা.. (পাঁচটকীয়া নোট এখন উলিয়াই দিয়ে) লোৱা, লোৱা।
(অকণে তগৰলৈ চাই ৰৈ থাকে)

তগৰ : নাই.... নাই.... এইটো কিয় দিছে ? নালাগে....

দত্ত : নহয়হে সৰু ল'ৰা....

প্ৰশান্ত : মৰমতে তাক চাৰে দিছে। ন'লৱ কিয় ? ল' আকৌ (অকণে লয়) দত্তদা বলক
(দুয়ো ওলাই যায়। প্ৰশান্ত পুনৰ ঘুৰি আহি তগৰৰ ওচৰ চাপি মুখত তামোল এখন ভৰাই কয়)

প্ৰশান্ত : তগৰ বাই মোলৈ বটল এটা ৰাখি থ'বি।
(তগৰে বটল আৰু গিলাচ দুটা সামৰে। অকণে টুলখন আগৰ ঠাইত থয়। পাঁচটকীয়া নোটখন উলিয়াই ঘূৰাই ঘূৰাই চায় থাকে) ।

অকণ : মানুহটো বৰ ভাল দেই মা, পাঁচটকা দি দিলে, মানুহটোৰ ওচৰত বহুত টকা আছে কিজানি নহয়নে মা ?

তগৰ : সেইটোকেনো কি জোকাৰি আছ ? ভৰাই নথৱ কিয় ?

অকণ : এইটো পইচা ইয়াত নথওঁ । খুচুৰা কৰি চুঙাত ভৰাই থম, চুঙাত এশটকামান হ'ল কিজানি নহয়নে মা ?

তগৰ : (হাঁহি মাৰি) জানো আকৌ, তই থৈছ তইহে জানিবি ।

অকণ : আৰু অলপ হ'লেই মই টেপ এখন কিনিম ....

তগৰ : টেপ কিনিবি ... টেপ শুনি থাকিলেই তোৰ পেট ভৰিব নেকি ?

অকণ : ইস্ টেপ এটা নাথাকিলে কিবা দোকান হয় নেকি ? একদম হিন্দী গান লগাই দিম ... এনেকুৱা ভলিউম্ দিম সৱ মানুহে চাই যাব লাগিব।
(চিঞৰি চিঞৰি হিন্দী গাই গীত গাই অকণ নাচি-নাচি ওলাই যায়, প্ৰশান্ত সোমাই আহে)

প্ৰশান্ত : তগৰ বাই কথা এটা হ'ল। তই আজি দোকান বন্ধ কৰাৰ পিছত দত্তচাৰক এবাৰ লগ কৰিবগৈচোন ?

তগৰ : কিয় ?

প্ৰশান্ত : কিয় মানে ? কাম, কাম পাবি। ইয়াত দুই এদিনতে কাম আৰম্ভ হ'ব। তহঁতৰ এই বেপাৰ আৰু নচলে । Direct গাড়ী চলিব। প্ৰথমে সেই ছিগাটোত শিল পেলাই গাড়ীবোৰ সেইফালে যাব দি ৰাস্তাটো বনাব ইয়াত। গতিকে তহঁতৰ এইবিলাক সৱ ইয়াৰ পৰা উঠিব। (তগৰৰ Reaction)

গতিকে আগ ভাগে গৈ চাৰক কৈ কাম আদায় কৰি ল'। পিছত চাঞ্চ নাপাবি। ইয়াৰ মানুহ কামত নলগাওঁ বুলিয়েই কৈছিলে। মইহে লোকেল মানুহৰ কথা ভাবি কৈ দিলো — "লোকেল মানুহখিনিক সংস্থাপন নিদিলে বাহিৰৰ মানুহ আনি ইয়াত কাম কৰিবলৈ দিয়া নহ'ব।" সেইকাৰণে কেইজনমান মানুহ মোকে বাচি দিবলৈ দায়িত্ব দিছে। বুজিছ', মই দিবাকন্টুৰ কথাটো ভাবিছো আৰু তয়ো যদি দত্তক ফিটিং কৰি ল'ব পাৰ তেনেহ'লে তইঁতে আৰু খোৱা পিন্ধাৰ কাৰণে চিন্তাই কৰিব নালাগে দেখিলিয়েই নহয় কিমান খোলা মানুহ ....

তগৰ : ফি-টিং, ফিটিং মানে ?

প্ৰশান্ত : ইমানদিন হ'ল ঘাটত চুলাই বেচা সেইটোও এতিয়া মই বুজাই দিব লাগিব নেকি ? গ'লৈ গম পাবি নহয়। আৰু কোনেও একো গম নাপায় বুজিছ, চিন্তা কৰিব নালাগে হাঃ .... হাঃ ..... ।

তগৰ : চাল্লা কুকুৰ, তই মোক কি ক'বলৈ আহিছ ? তই ইমান সাহ পালি। কাম পাবৰ কাৰণে মই সেইটোৰ লগত... ঐ কি বুলি ভাবিছ তই মোক কি বুলি ভাবিছ ।

প্ৰশান্ত : চুপ, চিঞৰিছ কেলেই .... মনে মনে থাক ?

তগৰ : চিঞৰিম .... আৰু চিঞৰিম ..... ভালে ভালে আঁতৰ হ নহ'লে বুঢ়ী বাঢ়নীৰে......

প্ৰশান্ত : কি ? তই মোক বাঢ়নীৰে কোবাবি। মোক চিনি পোৱা নাই। পাবি মজাতো চাল্লা, ভালৰ কাৰণে কওঁতে এতিয়া হুঁ সতী সাধনী ওলাইছে। নাজানো তইঁতে ইয়াত কি বেপাৰ চলাইছ, নাজনো ? চাল্লা, গোটেই ঠাইডোখৰ নষ্ট কৰি দিলে। তাইৰ আকৌ বৰ মাত । ঐ, তোৰ সেই হলধৰ মাষ্টৰৰ লগত কিহৰ ইমান লেটি-পেটি, নাজানো বুলি ভাবিছ ?

তগৰ : কি ক'লি তই ? তই সেই মোৰ ককাইৰ লগৰ ককাইটোক মোৰ লগত জোৰা দিছ'। ঐ কুকুৰ, ঘৰত বায়েৰে-ভনীয়েৰেইঁত আছে নহয়.... ঠিকাদাৰৰ ওচৰলৈ লৈ নাহগৈ কিয় ? যা .... leader ওলাইছ ? ... সি leader .... কুকুৰ, নিজৰ ভাইৰ দৰে ভাবিছিলো তোক। (প্ৰশান্ত গুচি যায়) কলেজত পঢ়ি থাকোতে ঘৰলৈ পইচা বিচাৰি চিঠি দিয় নহয়, বাপেৰে প্ৰথমে আহি আমাৰ ঘৰতে চিঠিখন মেলে, ককাইদেৱে গৰু কিনিবলৈ সাচি থোৱা পইচাকেইটাও বাপেৰৰ হাতত তুলি দিয়া মই নিজেই দেখিছিলো। এতিয়া তই leader হ'লি । আজি তই মোক, ঐ কুকুৰ... ঐ leader.....

## দৃশ্য- ৯

(সন্ধিয়াৰ নিজান-নিতাল ঘাট। পানীৰ ক্ষীণ শব্দ। দূৰৈৰ পৰা বিহুনামৰ সুৰ ভাঁহি আহে। মঞ্চত পোহৰ পৰে। ভলৌ আৰু দিবাকৰে মদ খাই খাই তন্ময় হৈ বিহু শুনিছে)।

নেপথ্যত ঃ হাঁয় ঐ .......... মাইকী ম'হৰ বেজাৰত
মতা ম'হ বেচিলো....
ঐ...... কঁৰীয়া তুলিলো চাঙত
তোৰে নো ঐ বেজাৰত....
ঘৰবাৰী এৰিমে ঐ
উঠিমনো গৈ ভূতীয়া চাঙত........ (কিৰিঁটী)

ভলৌ ঃ (কিৰিঁটী) হায় ঐ ...... মিচিমি ঐ আহিব
বৰে বিহ ঐ আনিব
ঐ তাকেনো খাই পাহৰিম তোক .....
(ভলৌৰ গান গোৱাৰ ঢং দেখি দিবাকৰে হাঁহি ৰাখিব নোৱাৰে। ভলৌৱেও হাঁহিত যোগ দিয়ে। হঠাৎ ভলৌ থমকি ৰয়)
(ভলৌৰ গান গোৱাৰ ঢং দেখি দিবাকৰে হাঁহি ৰাখিব নোৱাৰে। ভলৌৱেও হাঁহিত যোগ দিয়ে। হঠাৎ ভলৌ থমকি ৰয়)

ভলৌ ঃ ফাকি ... স...ব ফাঁ....কি ...... সব । পাহৰিছো বুলি ভাবিব পাৰি, কিন্তু একোৱেই পাহৰিব নোৱাৰি। ফাঁকি চব ফাকি..... পাহৰিছো বুলি ভাবিব পাৰি, কিন্তু একোৱেই পাহৰিব নোৱাৰি — পেটৰ ভোক .... মাৰ মুখ, বিয়া দিবলগীয়া ভনীজনীৰ গাত অসুখ। চাল্লা কোনেও ভাল কৰিব নোৱাৰে। ফাঁকি সব ফাঁকি .... একোৱেই পাহৰিব নোৱাৰি। (নদীৰ ফালে আগুৱাই গৈ) .... ঐ চাল্লা, ঘৰ-বাৰী, গাই-গৰু, খেতি-বাতি চব উটুৱাই নিব পাৰ', জীয়াই থকাৰ হেপাঁহকণ কিয়া উটুৱাই নিব নোৱাৰ কিয়?

বুকুলৈকে শুকান, বালিৰে পুতি ৰং চাইছ। ৰং.... সে-উ-জী-য়া ... গোটেইখন সেউজীয়া পথাৰ আছিল। এতিয়া শ-ঢাকনি হ'ল। বালি.... বালি.. চব বালি। চাল্লা কুকুৰহঁতে বালিৰ ওপৰেদি ৰাস্তা সাজিব। দুয়োফালে বন্ডাৰ পেলাব। দহ-বাৰ মাইল বাটত পাঁচ ছয়খন পকী দলং সাজিব। ওপৰেদি Direct গাড়ী যাব..... হাঁঃ... হাঁঃ ..... আৰু তলেদি — মেটেকা, পুনি, গছৰ মূঢ়া.... "মূৰৰ বিষত উঠিব নোৱাৰে ভৰিত বেণ্ডেজ', বঢ়িয়া... হাঃ হাঃ... সোণৰ কণী পৰা হাঁহজনী একেকোবে মাৰি পেলাব কিয় ? বানপানী যদি নাথাকেই, মথাউৰি যদি নাভাঙেই এই ঠিকাদাৰ, ইঞ্জিনীয়াৰবোৰে চহৰত ওখ ওখ ঘৰ সাজিব কেনেকৈ ? এই কুকুৰ এম.লে.এ. মে., পি. কেইটাই কি বুলি ভোট বিচাৰি আহিব ? আহিব এইবাৰ, পুতি থম বালিত... পুতি থম ।(দিবাকৰৰ উচুপনি ভলৌৰ কাণত পৰে) দিবাকৰ, ঐ দিবাকৰ, তই কান্দিছ ? লাভ নাই , একো লাভ নাই। তোৰ মোৰ কান্দোন কোনে শুনিব অ' । প্ৰশান্তই তোৰ কথা শুনিলেনে ? সিদিনা তগৰ বায়ৈয় তাক গালি পাৰিলে। সেই কাৰণেই সি তোক ৰাস্তাৰ কাম নিদিয়ে ! চাল্লা সি কোন তোৰ মুখৰ ভাত কাঢ়ি খাবলৈ। চাল্লা তাক ... (দিবাকৰে ঘপহকৰে বহাৰ পৰা উঠে) কি হ'ল উঠিলিয়েই যে, মাল আছেতো.... আৰে বহ..... ঐ দিবাকাই, দিবাকাই ... (দিবাকৰ ওলাই যায়) আৰে যা.... যা... চাল্লা ঘৰ-সংসাৰ থকা মানুহ, ঘৈণীয়েৰেহঁতক খুৱাব-পিন্ধাব নোৱাৰিলেও চৰ গোৰ দুটামানকেতো মাৰিব পাৰ, নহ'লে কিহৰ মতা... বাহিৰতো গছৰ মূঢ়া.... ।হাঃ হাঃ হাঃ, গছৰ মূঢ়া .... উ...ঃ উঃ... হু.. হু.... গছৰ মূঢ়া হাঃ হাঃ, শিপা ছিগা গছৰ মূঢ়া।

(বহি যায় গিলাচৰ মদ গিলে)

## দৃশ্য- ১০

**(তগৰৰ ঘৰ। সময় ৰাতি। দিবাকৰে মদ খাই আহি চিঞৰ-বাখৰ কৰি এখন হাতেৰে কান্ধত ওলমাই লোৱা চোলাটো ধৰি আৰু আনখন হাতেৰে চেণ্ডেল যোৰ লৈ সোমাই আহে)**

দিবাকৰ : ঐ মৰতী, চাল্লা ক'ত মৰিবলৈ গ'লি। সব শেষ কৰি দিলি তই চব শেষ কৰি দিলি.... । বহুত সহ্য কৰিলো.... বহুত সহ্য.... বহুত । আৰু সহ্য নকৰো.... দিবাকৰ টোকোনা হ'ব পাৰে কিন্তু ইজ্জত আছে। ঐ হাৰামজাদী, চাল্লা কোন পৈয়েৰৰ লগত বিহু মাৰিবলৈ গলি। আহ আজি.... আজি হয় ৰঙা মাটি নহয় গুৱাহাটী। ফয়চলা কৰিহে এৰিম । ঐ চাল্লা ...

তগৰ : দহখন গাঁৱৰ ৰাইজে শুনাকৈ যে টেটুফালি মৰিছ? কিহে পাইছেনো? মুতনী গাল গিলি আহি......

দিবাকৰ : চুপ ! শব্দৰ প্ৰয়োগ ভালদৰে কৰিবি! কি হ'ল? মদ খাইছো'? অ' মদ খাইছো কি হ'ল? তাৰ পৰা তোৰ কি হ'ল? (তগৰ ভিতৰলৈ যাব খোজে) ঐ ৰ'... ৰ'.... ।

তগৰ : আপোনাক কিহে পাইছে ?

দিবাকৰ : অ' একো নুবুজাই হুল। মোৰ কি হোৱা দেখিলে... আৰু কি দেখিবলৈ বাকী আছে ? দোকান দিয়ে, তাই নতেশৰীয়ে দোকান দিয়ে.. । মান ইজ্জত চব খাই দিলি তই ।

তগৰ : ইচ্ ইমান মান ইজ্জত থকা মানুহ যেতিয়া নিজেই ঘৰ চলাব নোৱাৰে কিয় ?

(তগৰে দিবাকৰৰ কান্ধত ওলমি থকা চোলাটো থাপ মাৰি লৈ ভিতৰলৈ যাব খোজে)

তগৰ **হুঁ হুঁ ককাঁলত কাছুটি নৰয়, তেওঁৰ আকৌ ইজ্জত ....**

দিবাকৰ : ঐ পাখৰী তোক মই..... (চৰ মাৰিব খুজি বৈ যায়) **চাল্লা চব মানুহে কাম পালে, মই কিয় নাপলো, তোৰ, তোৰ কাৰণে । তাই হাজিৰা কাম নকৰে। দোকান চলায়, চাল্লা কুকুৰটোৰ লগত লীলা-খেলা কৰিবলৈ নাপাবিতো...**

তগৰ : মনে মনে থাকক ।

দিবাকৰ : মনে..... মনে.... ? কিয় মনে মনে থাকিম ? সেই সঁচা কথাষাৰ কোৱা কাৰণেই লাজ পাই তই প্ৰশান্তক বাঢ়নীৰে কোবাৰ হাঁ ... হাৰামজাদী তোৰ ইমান সাহস, তই ইমানলৈ বাঢ়িলি ৫৭াক, তোক মই ...

(তগৰক মাৰি দিবাকৰ ভিতৰলৈ সোমাই যায়। চিঞৰ-বাখৰ্ শুনি সোণপাহীয়ে হাতত চাকি এটা লৈ সোমাই আহে)।

সোণপাহী : হেৰৌ কি হৈছে... কি হৈছে তহঁতৰ ? এই কাল সন্ধিয়াখন.... তগৰ অ' তগৰ ...

(সোণপাহীয়ে পিৰালিতে চাকিটো থৈ তগৰৰ কাষ চাপি যায়। দিবাকৰে দা এখন লৈ তগৰক পিছফালৰ পৰা কাটিবলৈ আহে। প্ৰথমে সোণপাহীয়ে দেখা পাই চিঞৰ-বাখৰ কৰি দিবাকৰক বাধা দিয়ে। দিবাকৰৰ হাতৰ পৰা দাখন সৰি পৰে। ক্ষন্তেকৰ বাবে সকলো স্তব্ধ হৈ পৰে । লাহে লাহে তগৰৰ কান্দোন বাঢ়ি আহে। সোণপাহী স্বাভাৱিক হৈ তগৰৰ কান্ধত হাত থৈ কয়) ।

সোণপাহী : .... যা অ' আই এই কাল সন্ধিয়াখন বিলাপ জুৰি আৰু অমঙ্গল চপাব নালাগে এতিয়াই আটিছে.....

তগৰ : আৰুণো কি বাকী থাকিল বাইদেউ, আজি বাৰ তেৰ বছৰ সংসাৰ কৰাৰ পিছতো যেতিয়া নিজৰ পাটীৰ মানুহটোৱেই চিনি নাপালে, দিনে-ৰাতিয়ে যেতিয়া লাঠি গোৰেই খাব লাগে তেতিয়া আৰু জীয়াই থাকি কিবা লাভ আছে নে... ?

দিবাকৰ : মৰি থাক, মৰি নাথাক কিয় ?

তগৰ : অ' মৰিয়েই থাকিলোহেঁতেন। ল'ৰাটো নথকাহ'লে মৰিয়েই থাকিলোহেঁতেন। এনেকুৱা মিছা কলংক লৈ জীয়াই .....

দিবাকৰ : অ' মিছা কলংক ? চাল্লা দিনৰ দিনটো তোৰ দোকানত তাৰ কিহৰ কাম থাকে। মদ খায় .... কুকুৰৰ কোৱাৰ্টৰ বটল এটা খাওঁতেই দুঘন্টা লাগে ?

সোণপাহী : অ' কথাৰ গুৰি ক'ৰবাত। হেৰৌ দিবাকৰ তইতো ফুকলীয়া ল'ৰা নহয়, কোনোবাই কিবা এষাৰ ক'লে বুলিয়েই মানি ল'লি। তোৰ নিজৰ মানুহজনীক তই বেছি জান নে আনে বেছি জানে। থাকিলেই যেনিবা কোনোবা এটা দিনৰ দিনটো দোকানতে বহি। তেতিয়াই কি মানুহজনী তাৰ হৈ যাব নেকি ? কিমান কষ্টেৰে নিজৰ গা বচাই সেইটো বেপাৰ চলাই পেট পুহিছে সেইবোৰ কথা তহঁতে কি বুজি পাবি। সি, সেই হলধৰ

মাষ্টৰ, তেওঁটো বেয়া মানুহ নহয়। দুই-তিনিটা ল'ৰা-ছোৱালীৰ বাপেকী হ'ল। আজিলৈকেতো তেওঁৰ বিষয়ে এষাৰ বেয়া কথা শুনা নাই। সেই মানুহটোৰ লগত.... ছিঃ ছিঃ তেওঁ শুনিলে বাৰু কম আঘাত পাবনে ?

দিবাকৰ ঃ অ' তাৰ আঘাত তোৰ কথা ঠিকেই ভাবিছে অ'। কিন্তু মোৰ? চাল্লা হাৰামজাদীৰ কাৰণে নাক উলিয়াব নোৱাৰা হ'লো, ৰাস্তাৰ কাম নাপালো।

সোণপাহী ঃ কালি-পৰহিৰ সেইটো ল'ৰাই কাম দিব পৰা হ'ল বুলিয়েই সি যিহকে কয় তাকে শুনি থাকিব লাগিব নেকি ? মিছা বদনাম এটা উলিয়াইছে, তাই তাক গালি পাৰিলে। সেই বুলিয়েই তই ৰাস্তাৰ কাম নাপাবিনে ?

দিবাকৰ ঃ নাপাওঁ, কাৰণ এই মৰতী এতিয়ালৈকে মোৰে ঘৈণী হৈ আছ।

তগৰ ঃ অ' আপুনি কাম নাপায়। মোৰ কাৰণেই আপুনি ৰাস্তাৰ কাম নাপায়। এতিয়াও মই আপোনাৰ ঘৈণী হৈয়ে আছো, আপোনাক নিজৰ পতি হিচাপে মানি আছো। সেই কাৰণেই মই প্ৰশান্তক, হে প্ৰভু মই কেনেকৈ কওঁ... কিদৰে বুজাও এই মানুহটোক....

দিবাকৰ ঃ একো বুজাব নালাগে মোক । যি বুজিব লাগে মই বুজি গৈছো, এইবোৰ ছা ভাও মোৰ আগত দেখুৱাই একো লাভ নাই। চাফা কথা মোৰ ঘৰৰ ভিতৰত নোসোমাবি.... মাষ্টৰলৈ যাৱ, কোনোবা দেছুৱালী ট্ৰাক ড্ৰাইভাৰলৈ যাৱ গৈ থাক । কিন্তু ঘৰত নোসোমাবি...... চাল্লা মাইকীৰ জাত.... তহঁতে চাল্লা নঙলা মুখখন গচকিবলৈ পালেই বাকী চব মহতিয়াই যাব খোজে, চাল্লা ৰূপেই সলনি হৈ যায় তহঁতৰ... । ঘনেপতি মোট সলাবি.... (ভিতৰলৈ সোমাই যায়) চাল্লা, আমি কি বুজি নাপাওঁ। বুজি নাপাওঁ বুলি ভাবিছ..চব বুজি পাও... চব....

সোণপাহী ঃ ....... বুজি নাপাব । একো বুজি নাপাব অ' দিপাকৰ, মিছাতে ওফাইদাং মাৰি লাভ নাই। তহঁত মতাবোৰে কেৱল আমাৰ ৰূপ সলনি হোৱাহে দেখ, মোট সলোৱাহে দেখ'। কিন্তু মোট সলাওঁতে যে আমাৰ কিমান কষ্ট হয়, কিহৰ কাৰণে আমি মোট সলাবলৈ বাধ্য হওঁ তহঁতে যে একোৱেই নুবুজ। তহঁতৰ কাৰণেই, পেটটোৰ কাৰণেই, পেটৰ পোৰ কাৰণেই কিমান যে কি হেৰুৱাব লগা হৈছে তহঁতে কি বুজিব। নিজৰ দেৱৰৰ লগৰ দেৱৰ এটা ঘৰলৈ আহিলেও ওৰণিখন নোলোৱাকৈ বাজলৈ নোলাইছিলো... কিন্তু আজি, কেনেকৈ... কেতিয়া... ক'ত.... যে হেৰাই গ'ল গমকে নাপালো অ'। নবৌ, খুৰীদেউ, মাহী, পেহী, বোৱাৰী, এই সম্বোধনবোৰ ধৰি কেতিয়াবা আকৌ কোনোবাই মোক মাতিবনে? নিজৰ পো-বয়সৰ ল'ৰাৰ

পৰা বুঢ়ালৈকে বাই... বাই হাফ্ এটা দে..... বাই অমুকটো দে... বাই তমুকটো... বাই তই দেখোন দিনে দিনে গাভৰুহে হৈছ ।... থুই ! চকুবিলাক যেন ঘুকটি উলিয়াই আনিবি.... মদ নিগিলি যেন সিহঁতে আমাৰ দেহাটোহে এফালৰ পৰা গিলি নিয়ে, কেচা বুতকেইটা নোচোবাই যেন আমাৰ বুকুখনহে চোবাই চোবাই খাই শেষ কৰে... কিন্তু একোৱেই কৰিব নোৱাৰো.. গোসানীক বলি দিবলৈ থোৱা ছাগলী কেইটাৰ দৰে ভিতৰি ভিতৰি ছট্ ফটাই থকাৰ বাহিৰে একোৱেই কৰিব নোৱাৰে। কিবা এষাৰ ক'লেই 'তাইৰ চৰিত্ৰই বেয়া'.... 'এখল তান অকলে নাবাজে'.... 'তাই মদত বেয়া বস্তু মিহলাই'... মোৰ কথা কোনোবাই কাণপাতি শুনিবনে ? মদ বেচা মাইকীৰ কথা ?... সময়ৰ লগে লগে চব সলনি হৈ যায়। ..... চব। ভাল লগাবোৰো বেয়া হয়, বেয়া লগাবোৰে ভাল। প্ৰথমতে গিলাচত কলহটোৰ মুখখন দাঙি ধৰোতে, বুকুৰ আঁচলখন খহি পৰোতে চক্ খাই উঠিছিলো.... দেহাটোৰ থক্ থক্ কৰ্পনিত কিমানযে মদ আথানি হৈছিল.... হাঃ হাঃ আজি পৰিছে পৰক। ... ভিতৰখনতো ডেই পুৰি ছাইয়ে হৈ গ'ল। ভেলটো আবুৰত ৰাখি কি লাভ ? এই শিয়াল, শগুণ, কুকুৰ জাকৰে হুতাহ গুচক ....

তগৰ ঃ বাইদেউ..... (হুক্ হুকাই কান্দে)

সোণপাহী ঃ যা অ' আই .... কান্দি-কাটি, নাখাই-নবৈ থাকি নিজৰ দেহাটোক কষ্ট দিয়াৰ বাহিৰে একো লাভ নহয়। এইবোৰ দোষ কেৱল তোৰ মোৰ কপালতে লিখা নাই। সন্ধিয়া হ'লেই গাঁৱৰ প্ৰতিখন ঘৰতে কেৱল এইখনেই ভাওনা । যা অ' আই চৰু পাতগৈ। কাইলৈ বা আকৌ কি হয়....

(সোণপাহী ওলাই যায়। পোহৰ তগৰৰ ওপৰত কেন্দ্ৰীভূত হয়। তগৰে নিজৰ ঘৰখনলৈ চাই থাকি লাহে লাহে চোতালতে বহি পৰে। দূৰৈৰ পৰা ট্ৰাকৰ শব্দ ভাঁহি আহে। ট্ৰাকৰ পৰা বন্ডাৰ পেলোৱাৰ বিকৃট শব্দত তগৰ চক খাই উঠে। দৌৰ মাৰি গৈ বাওঁ মঞ্চৰ উইংছৰ কাষৰ পৰা বেঙা মেলি চাই লাহে লাহে পিচুৱাই আহে। গাড়ীৰ ঘৰ-ঘৰ আৱাজ আৰু বন্ডাৰ বাগৰি পৰাৰ শব্দ বাঢ়ি আহি। চূড়ান্ত অসহায়ভাৱে তগৰে চিঞৰি চিঞৰি উঠে। মঞ্চ আন্ধাৰ হয়) ।

## দৃশ্য- ১১

(ৰাতিপুৱা, ঘাট। বনুৱাই কাম আৰম্ভ কৰিছে। মঞ্চসজ্জাৰ সামান্য পৰিবৰ্তন। তগৰৰ দোকানখন ভাঙি পৰি থাকে, মানুহৰ অহা-যোৱা চলি থাকে। কিছুমানে নিজৰ দোকান ভাঙি অন্য ঠাইলৈ বস্তু কঢ়িয়াইছে। দুজনমানে ফিটা টানি জোখ-মাখ কৰি থাকে। দত্ত মহৰীয়ে তলৰ মানুহ দুজনমানক কিবাকিবি বুজাই থাকে। কিছুমান মানুহে দত্তৰ পিছে পিছে কাম বিচাৰি অনুৰোধ কৰি থাকে।)

দত্ত : হেই গুচ... মই কিমানবাৰ ক'ব লাগে যে মই তহঁতক কাম দিব নোৱাৰো। ইমান কম কামতে বেছি মানুহ মই লগাব নোৱাৰো নহয়। আমাৰ Permanent মানুহবোৰে কি ঘোঁৰাৰ ঘাঁহ কাটি থাকিব নেকি?

জীৱন : ছাৰ কিবা এটা কৰক ছাৰ .... আমাৰতো এতিয়া কৰিব লগা একো কামেই নোহোৱা হ'ল....

নন্দেশ্বৰ : ল'ৰা-ছোৱালী এতিয়া নাখায় নবৈ মৰিব ছাৰ ?

দত্ত : দুই এটা মৰিলে একো নহয়দে। তহঁতৰ ল'ৰা-ছোৱালীৰ কিবা সীমা সংখ্যা আছেনে ? জনসংখ্যা বৃদ্ধিয়েই এতিয়া দেশৰ প্ৰধান সমস্যা বুজিছ। যা যা তহঁতৰ কিবা ক'বলগা আছে যদি সেই প্ৰশান্তক কবি, মোক আমনি কৰি নাথাকিবি।

(দত্ত ওলাই যায়। জীৱন, নন্দেশ্বৰে চুক এটাত জুপুকা লাগি বহি থাকে। লগৰ ল'ৰা দুটামানৰ সৈতে অকণ দৌৰি সোমাই আহে)।

বানু : মোৰ কথা নামান' চা, তহঁতৰ দোকান কেনেকৈ পাল্টাই দিলে।

ধন : ওপৰদি ট্ৰাক উঠাই দিলে। ঐ ড্ৰাইভাৰটো কণা আছিল নেকি অ'।

বানু : তাৰ চকুকেইটা একবাৰে ফুটাই দিব লাগে — গুল্টি মাৰি।

(অকন লাহে লাহে দোকানৰ ওচৰ চাপি যায়। একেথৰে ভগা দোকান খনলৈ চাই থাকে। লাহে লাহে মাটিত পৰি থকা দোকানৰ ভগা বাঁহ-কাঠৰ তলত পৰি ভাগি থকা কলহ এটি বুটলি লয়।)

অকণ ঃ ঐ চাল্লা ড্ৰাইভাৰ .....

(কলহৰ টুকুৰাটো বনুৱাই কাম কৰি থকাৰ ফালে দলিয়াই দিয়ে)*

# দৃশ্য-১২

(নেপথ্যত ৰেডিঅ'ৰ কমেন্ট্ৰী বাজি থাকে। মঞ্চত পোহৰ পৰে। মঞ্চ সজ্জাৰ কিছু পৰিৱৰ্তন। বনুৱাবোৰ কামত ব্যস্ত। প্ৰশান্তই কাণৰ কাষত ৰেডিঅ'টো কমেন্ট্ৰী শুনি থাকে। কাষতে নন্দেশ্বৰ আৰু জীৱন থিয় হৈ থাকে। মঞ্চৰ একোণত তগৰ বহি থাকে। ট্ৰাকৰ শব্দ, শিল ভঙাৰ শব্দ আদি চলি থাকে। মঞ্চৰ শেষৰ ফালে এডাল ৰঙা-ফিটা আঁৰি থোৱা দেখা যায়)

প্ৰশান্ত ঃ এইকেইদিন কি কৰি আছিলি ? লোকে ধন নি থোৱা দেখা পাই এতিয়া আহিছ।

জীৱন ঃ লগে লগে যে কাম আৰম্ভ হ'ব ভবাই নাছিলো ....

প্ৰশান্ত ঃ 'ভবাই নাছিলো' তহঁতৰ problem এইটোৱে। ভাবিবেয়েই নাজান। ভাবও আকৌ দেৰিকৈ। ছেঃ দিগদাৰখন লগালি নহয়.....

নন্দেশ্বৰ ঃ গাঁৱৰে মানুহ বুলি কিবা এটা কৰ অ' বোপাই .....

প্ৰশান্ত ঃ ঘৰৰ মানুহ, গাঁৱৰ মানুহ এইবোৰ কথা মইহে বুজো company ৰ মানুহে নুবুজে নহয়। হেৰি ক'ৰ আবেলিলৈকে খবৰ এটা কৰিবি। মই দত্তছাৰৰ লগত কথাটো পাতি লওঁ ... হ'ব হ'ব কিবা এটা কৰিব লাগিব... তহঁত অকণমান এতিয়া যাচোন, কাৰৈমোৰীৰ পৰা দুজনমান আহি অথনিৰে

পৰা সৌ তাতে বহি আছে কি কৰিব পাৰো চাওঁ।

নন্দেশ্বৰ : মোৰ কথাটো নাপাহৰিবি অ' বোপাই .... ল'ৰা-ছোৱালী কেইটাৰ মুখলৈ চাই .....

প্ৰশান্ত : হ'ব হ'ব যাচোন... হেৰি অ' আপোনালোকক মাতিছো অ...

(পুনৰ ৰেডিঅ' শুনে । মাজে মাজে বেঁকা দৃষ্টিৰে তগৰলৈ চায়। মুখত তাচ্ছিল্যৰ হাঁহি । কনক আৰু ভৰত সোমাই আহে। কিছু সময়ৰ পিছত প্ৰশান্তই ৰেডিঅ'টো অফ কৰে।)

প্ৰশান্ত : কওক কি হ'ল ?

কনক : মানে বেলেগ কথা একো নাই, কাম বিচাৰিয়েই আহিলো ।

প্ৰশান্ত : হেৰি, কাম লাগে, কাম লাগে ? মই কিবা এম. এল. এ নে মিনিষ্টাৰ যে কাম বিচাৰি আহিলেই কাম দিম, তাতে আপুনি আকৌ কাৰৈমাৰীৰ, এই তিনিখন গাঁৱকে জোৰা মাৰিব পৰা নাই আপোনালোকক কেনেকৈ দিওঁ? Public য়েটো complain কৰিব।

ভৰত : নামত বেলেগ বেলেগ হ'লেও আমি সকলোৱেটো সকাম-নিকাম, বিয়া-বাৰু সকলো একেলগেই চলাই আছো । এইখন গাঁৱৰ কাৰোবাৰ এঘৰত কিবা এটা হ'লে আমিও জানো উধাতু খাই নাহো....

কনক : আমাৰ সমস্যাওটো একেটাই ....

প্ৰশান্ত : হেৰি বিয়া-বাৰু, সকাম-নিকাম খাই ফুৰা আৰু চৰকাৰী কাম কৰা একে কাম নহয় বুজিছে । দায়িত্ব পালে গম পাব। কিমান কথা বিচাৰ-বিবেচনা কৰিব লাগে। চাকৰি-বাকৰীৰ ক্ষেত্ৰত local শব্দটো সদায়েই আগত। সৌদুজন ঘৰৰ ওচৰৰ মানুহ, আজি তিনি-চাৰিদিন ধৰি পিছ এৰাই নাই, তথাপিও কাম দিব পৰা নাই। তেনেস্থলত আপোনালোকক.....

ভৰত : কিবা এটা কৰা আৰু ভাইটি, ঘৰৰে মানুহ বুলি বৰ আশা কৰি আহিছো....

প্ৰশান্ত : ঘৰৰ মানুহ, পৰৰ মানুহ বাদ দিয়ক । লগত কিবা আনিছে নেকি ?

কনক : কিবা মানে ?

প্ৰশান্ত : হয়। চাকৰি ল'বলৈ কি সুদা মুখখন লৈ আহিছে ?

ভৰত : এইবোৰ কামতো সেইবিলাক.....

প্ৰশান্ত : এইবোৰ কাম মানে .... আজিকালি কোনবোৰ কামত নালাগে কওঁক?

ইমান এটা ডাঙৰ Project , পাঁচ-ছয় মাহ কাম চলিব। এনেই চৰকাৰী ধন চুবলৈ পায়?
(দুয়োটাৰে reaction) বাৰু মোৰ ওচৰলৈ আহিছে যেতিয়া মই কাম দিম । কিন্তু এটা প'ষ্টত দুজন । মানে এজনৰ দৰ্মহাই দুজনৰ মাজত ভাগ হ'ব। কাৰণটো গম পাইছেই প'ষ্ট কম, মানুহ বেছি। কমকে পালে সকলোৱে পাওক । System টো মঘেয় উলিয়ালো! নহ'লে উপায় নাই... কওক এইটো system ত যদি কাম কৰে কৰিব পাৰিব নহ'লে....

ভৰত +

কনক ঃ হ'ব হ'ব তেনেকৈয়ে হ'ব....

প্ৰশান্ত ঠিক আছে তেনেহ'লে কাইলৈৰ পৰা আহিব। পুৱা আঠটাত আহিব লাগিব। একছেকেণ্ড ইফাল-সিফাল হ'লেও নহ'ব। আৰু এটা কথা প্ৰথম দিনা আমি আচলতে কোনে কেনেকুৱা কাম কৰে তাৰ test হে কৰো। গতিকে প্ৰথম দিনৰ পইচা নাপায়।

ভৰত ঃ মাটি তোলা কামটোত আকৌ কি test খন কৰিব লাগে?

প্ৰশান্ত ঃ লাগে, লাগে, বৰঘৰৰ ভেঁটি তোলা কাম নহয়তো National Highwayৰ কাম বুজিছে, গতিকে নীতি-নিয়মৰ মাজেৰেহে হ'ব। যদি নকৰে নাই। মই ভালেই পাওঁ ।

কনক ঃ হ'ব হ'ব যেনেকৈয়ে কয় তেনেকৈয়ে হ'ব....

প্ৰশান্ত ঃ তেনেহ'লে আপোনালোকে এতিয়া যাওক .... লিখা-মেলা কাইলৈ একেবাৰে join কৰোতেই হ'ব।

ভৰত ঃ হ'ব আহো এতিয়া ....

(দুয়ো ওলাই যায়। প্ৰশান্তই চিগাৰেট এটা জ্বলাই ৰেডিঅটো ডাঙৰকৈ বজায়। তগৰে লাহে লাহে প্ৰশান্তৰ ওচৰলৈ আহে। প্ৰশান্তই নেদেখা ভাও ধৰি একান্তমনে ৰেডিঅ' শুনি শুনি ছিগাৰেট টানি থাকে।)

তগৰ ঃ প্ৰশান্ত...... প্ৰশান্ত..... মোক বাৰু নালাগে, ককায়েকৰ কামটোকে.....

প্ৰশান্ত ঃ (ৰেডিঅ'ৰ চুইছ্ অফ কৰি) হাঃ হাঃ কাম দিব লাগে হাঃ হাঃ ... বুঢ়ী বাঢ়নীৰে কোবায় । পেটৰ পোৱণি উঠিলত এতিয়া লেন্ চেনাবলৈ আহিছ। হুঁ... স...তী.... পতীব্ৰতা নাৰী। খাবলৈ নোপোৱাৰ জাতৰ আকৌ নীতি, ধৰ্ম, স....ত.....তা..... হাঃ হাঃ..... যা দত্তৰ ওচৰলৈ যা..... এতিয়াও

সময় আছে......। গিৰিয়েৰেতো পাবই তয়ো পাবি যা। ৰজাই ভাল দেখিছে যেতিয়া ..... হাঃ হাঃ

(প্ৰশান্ত ওলাই যায়, তগৰে প্ৰশান্ত ওলাই যোৱালৈ চাই থাকে। দত্ত থকা camp ৰ ফালে আগবঢ়ে। হাতুৰীৰে কোব আৰু গাড়ীৰ ঘৰ ঘৰ আৱাজ বৃদ্ধি পায়। মঞ্চৰ শেষ ফালে উমলি থকা ৰঙা-ফিটাডালৰ তলেৰে হাউলি তগৰ বৈ যায়। মঞ্চ আন্ধাৰ হয়।)

## দৃশ্য-১৩

(মঞ্চৰ কিছু পৰিবৰ্তন । Upstage ৰ একেবাৰে শেষলৈ কিছুমান ওখ ওখ খুটা আৰু ৰদ খেলি-মেলিকৈ ওলাই থাকে। ৰদবোৰৰ ওপৰত তাঁৰৰ জালনা ওলমি থাকে। বনুৱাবোৰ কাম কৰি থাকে। মাজত তগৰ, দিবাকৰ, ভলৌ, সোণপাহী, ভৰত, কনকহঁত । বিভিন্ন মেচিন চলাৰ শব্দ, হাতুৰী-বটালীৰ শব্দ। Down Stage ত অকণ, ধনহঁতে কাম কৰা চাই থাকে, মহৰীয়ে সিহঁতক খেদে। পোহৰ কমি আহে।)

## দৃশ্য-১৪

মঞ্চত বনুৱাবিলাকে দুই-তিনিটাকৈ থুপ খাই বহি টোপালো খুলি দুপৰীয়াৰ আহাৰ খাই থাকে। ঘন্টা বাজে। মহৰী সোমাই আহি কামত ধৰাৰ নিৰ্দেশ দিয়ে। খৰধৰকৈ সকলো উঠি কামত ধৰে। [Direction] পোহৰ সলনি হয়। সন্ধিয়াৰ আকাশ। ঘন্টা বাজে। মানুহবোৰে কাম শেষ কৰি ঘৰলৈ ওলায়। মতাবোৰৰ কান্ধত কোৰ, মাইকীবোৰৰ মুৰত টুকুৰী, কপোৰৰ টোপোলা up-stage ৰ ramp ৰ ওপৰেদি ভাগৰুৱা দেহাৰে শাৰী পাতি আগবাঢ়ে। দূৰৈৰ পৰা মিছিং কাবানৰ সুৰ এটা ভাঁহি আহে। Ramp ৰ ওপৰত উঠি ৰদ আৰু জালনাৰ মাজত তগৰ, সোণপাহী, ভলৌ, দিবাকৰহঁত বৈ যায়। বিকট শব্দৰে গাড়ীৰ হৰ্ণ বাজে । গাড়ীৰ কৰ্কশ শব্দত কাবানৰ সুৰ তল পৰে। গাড়ীৰ Head light ৰ পোহৰ ছাঁট ছাঁট কৰে। সিহঁতৰ মুখৰ ওপৰেদি পাৰ হৈ যায়। উচ্চস্বৰত পাশ্চাত্য সংগীত বাজি উঠে। তগৰ, ভলৌহঁতে অসহায়ভাৱে গাড়ীৰ পোহৰবোৰৰ পৰা নিজকে লুকুৱাব খোজে । হঠাৎ সকলো স্তব্ধ হৈ পৰে। তগৰহঁতে সমস্বৰে চিঞৰি উঠে। মঞ্চ আন্ধাৰ হয়।